# অধ্যয়ন-চক্ৰ

তৃতীয় লেখক-শিবিৰত আলোচিত বিষয়সমূহৰ
সংকলন

সম্পাদক
নগেন শইকীয়া

অসম সাহিত্য সভা
যোৰহাট : অসম

ADHYAN CHAKRA : A collection of papers and speeches of the writers participated in the 3rd Writers' Camp organised by Asam Sahitya Sabha at Jorhat on 25 & 26 December 1975, compiled, edited and published by Nagen Saikia, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat, 1976.

Price Rs 5.00

অধ্যয়ন-চক্ৰ

সম্পাদক আৰু প্ৰকাশক :
নগেন শইকীয়া
প্ৰধান সম্পাদক, অসম সাহিত্য সভা

চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট-১

মূল্য : পাঁচ টকা

ছপাশাল : ভাৰতী প্ৰেছ, তৰাজান ; যোৰহাট-১

# অধ্যয়ন-চক্ৰ

## সূচীপাত

## অসমৰ তৃতীয় লেখক-শিবিৰ

'লেখক-শিবিৰ'ৰ পৰিকল্পনা আৰু বাস্তৱায়ন নতুন কথা। ১৯৭৩ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহত বৰদিনৰ বন্ধতে সাদিনীয়াকৈ প্ৰথম লেখক-শিবিৰৰ আয়োজন কৰা হৈছিল। তেতিয়াই আমি এই শিবিৰৰ আয়োজনৰ প্ৰয়োজনীয়তাৰ সম্পৰ্কে বহলাই কৈছিলোঁ। সেই কথাৰ পুনৰুক্তি নিষ্প্ৰয়োজন। দ্বিতীয় লেখক-শিবিৰ ১৯৭৪ খ্ৰীষ্টাব্দৰ নৱেম্বৰ মাহত চাৰিদিনীয়াকৈ আয়োজন কৰা হৈছিল। সেই শিবিৰৰ আলোচনা-সম্বলিত গ্ৰন্থ 'অসমৰ লিপি-সমস্যা' গ্ৰন্থাকাৰে প্ৰকাশ কৰা হ'ল তাৰ পিছতেই। প্ৰথম শিবিৰত আমাৰ থলুৱা ভাষাৰ সমস্যাকে ধৰি, ১৯৪৭/৪৮ ৰপৰা ২৫ বছৰৰ আধুনিক অসমীয়া সাহিত্যৰ বিষয়ে আলোচনাৰ ব্যৱস্থা কৰা হৈছিল। দুয়োবাৰৰ শিবিৰ গুৱাহাটীতেই আয়োজন কৰা হৈছিল। যিসকল লেখকৰ সহযোগত দুয়োবাৰৰ শিবিৰ সম্পন্ন হৈছিল সিসকললৈ আন্তৰিক কৃতজ্ঞতা।

তৃতীয় লেখক-শিবিৰ আকৌ বৰদিনৰ বন্ধৰ সুযোগ লৈ ২৫ আৰু

২৬ ডিচেম্বৰলৈ যোৰহাটত ত্ৰিদিনীয়াকৈ আয়োজন কৰা হ'ল। এই শিবিৰত আলোচনাৰ বাবে চাৰিটি বিষয় গ্ৰহণ কৰা হ'ল : অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন, সাহিত্য আৰু সাহিত্য-সমালোচনাৰ ধাৰা, লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক আৰু চুক্তি আৰু আধুনিক অসমীয়া সংগীতৰ ধাৰা ঃ জ্যোতি-সংগীত। চাৰিওটি বিষয়েই যথেষ্ট গুৰুত্বপূৰ্ণ আৰু গভীৰ চৰ্চাৰ দাবী কৰে। অসমৰ ভূগৰ্ভৰ তলে-ওপৰে অনেক ঐতিহাসিক সমল সিচঁৰতি হৈ আছে, যিবোৰৰ খনন, উদ্ধাৰ, সংৰক্ষণ আৰু অধ্যয়নে আমাৰ দেশৰ সাংস্কৃতিক বুৰঞ্জীত নতুন নতুন অধ্যায় সংযোগ কৰিব। আমাৰ দেশৰ বুৰঞ্জী আৰু সংস্কৃতি চৰ্চা কৰাসকল সমৱেত হৈ এই বিষয়ৰ অন্তৰংগ আলোচনাৰে ক্ষেত্ৰ, তথ্য আৰু তত্ত্ব-অধ্যয়নৰ পথ প্ৰশস্ত কৰি তোলক—এয়ে আমাৰ বাঞ্ছা। মুদ্ৰা-অধ্যয়ন, পাঠোদ্ধাৰ অধ্যয়ন, লিপি-অধ্যয়ন আজি-কালি একোটি স্বয়ংসম্পূৰ্ণ অধ্যয়ন-শাখাত পৰিণত হৈছে; কিন্তু অসমত এনে অধ্যয়নৰ আনুষ্ঠানিক বাট মুকলি কৰা হোৱা নাই। শিবিৰৰ আলোচনাই যদি তেনে অধ্যয়নৰ প্ৰয়োজনীয়তা প্ৰতিপন্ন কৰিব পাৰে, ইও আমাৰ বাবে পৰম সৌভাগ্যৰ কথা হ'ব।

দ্বিতীয় বিষয় ঃ সাহিত্য আৰু সাহিত্য-সমালোচনা, দেখাত এটি তাত্ত্বিক বিষয়; কিন্তু সমাজ-জীৱন যাৰ উৎস, সেই সমাজৰ লগত সাহিত্য আৰু সাহিত্য-সমালোচনাৰ সম্পৰ্ক নিৰ্ণয় কৰা, সাহিত্যৰ শিল্পগুণ বিচাৰৰ পথ বিচৰা আৰু অসমীয়া সাহিত্যৰ সমালোচনাৰ পথ বিচৰাৰ প্ৰয়োজনীয়তা নিশ্চয় অস্বীকাৰ কৰা নাযায়। তদুপৰি সাহিত্য-সমালোচনা-সম্পৰ্কে সাহিত্যিকসকলৰ দৃষ্টিভংগী বুজি পোৱাতো এনে আলোচনাই নিশ্চয় সহায় কৰিব।

আন এটা গুৰুত্বপূৰ্ণ বিষয় হ'ল—লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক। আমাৰ সাহিত্যিকসকলে আৰু প্ৰকাশকসকলে পুথি প্ৰকাশনত সম্মুখীন হোৱা সমস্যাৰ সম্যক বিচাৰ সম্ভৱ হৈ উঠিলে তেনে সমস্যা সমাধানৰ উপায়ো সুদূৰ পৰাহত নিশ্চয় নহ'ব।



চতুৰ্থ এটি বিষয় সন্নিবিষ্ট কৰা হৈছে—আধুনিক অসমীয়া সংগীতৰ ধাৰা ঃ জ্যোতি-সংগীত। জ্যোতি-সংগীতৰ সমাদৰ ক্ৰমাৎ বৃদ্ধি পাই আহিছে আৰু পাই থাকিব। এই সংগীতৰ বিজ্ঞানসম্মত অধ্যয়নে ইয়াৰ বিশুদ্ধতা ৰক্ষা কৰি এটা বিশেষ ধাৰা হিচাপে প্ৰতিষ্ঠা লাভ কৰাত সহায় কৰিব।

এনে উদ্দেশ্যৰেই তৃতীয় 'লেখক-শিবিৰ' পৰিকল্পনা কৰা হ'ল আৰু অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহক সমিতিয়ে এই পৰিকল্পনাত অনুমোদন জনাই তাৰ বাস্তৱায়নৰ পথ মুকলি কৰি দিলে। শিবিৰৰ কাৰ্যসূচী উদ্বোধন কৰিলে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু প্ৰথম দুটা শিবিৰৰ সঞ্চালক ডক্টৰ মহেশ্বৰ নেওগ ডাঙৰীয়াই। উদ্বোধনী আৰু সামৰণি অনুষ্ঠানত সভাপতিত্ব কৰিলে অসম সাহিত্য সভাৰ বৰ্তমানৰ সভাপতি ড° সত্যেন্দ্ৰনাথ শৰ্মা ডাঙৰীয়াই। শিবিৰৰ চাৰিটি আলোচনা-চক্ৰ সঞ্চালন কৰিলে ক্ৰমে ড° প্ৰতাপচন্দ্ৰ চৌধুৰী, চৈয়দ আব্দুল মালিক, শ্ৰীবিপিনকুমাৰ বৰগোঁহাই আৰু শ্ৰীবীৰেন ফুকনে। আমাৰ আমন্ত্ৰণ ৰক্ষা কৰি ৩০ জন লেখকে শিবিৰৰ কাৰ্য-সূচীত অংশ গ্ৰহণ কৰিলেহি।

'অধ্যয়ন-চক্ৰ' এই তৃতীয় লেখক-শিবিৰৰ আলোচনা-সম্বলিত গ্ৰন্থ। নিমন্ত্ৰিতসকলৰ ভিতৰত ড° ৰবীন্দ্ৰদেৱ চৌধুৰী, ড° নিশিপদ চৌধুৰী, ড° গোবিন্দপ্ৰসাদ শৰ্মা আৰু আব্দুছ ছাত্তাৰে লিখিত প্ৰবন্ধ দাঙি ধৰে। বাকীসকলে মৌখিক ভাষণ দান কৰে। মৌখিক ভাষণসমূহৰ মূল কথাসমূহৰ টেপ আৰু টোকা ৰখা হৈছিল। সম্প্ৰতি 'অধ্যয়ন-চক্ৰ'ত সন্নিৱিষ্ট ভাষণসমূহ তাৰেপৰা যুগুত কৰা ৰূপ। প্ৰতিগৰাকী ব্যক্তিৰ বক্তব্য আৰু প্ৰকাশ ভংগী যিমানপৰা যায় নিখুঁত কৰিবলৈ যত্ন কৰিছোঁ। মূল-ভাৱ আৰু বক্তব্য ৰক্ষা কৰি ভাষণসমূহ লিখি উলিয়াওঁতে দীঘলীয়া বৰ্ণনা সংক্ষেপ কৰা হৈছে আৰু পুনৰুক্তি ত্যাগ কৰা হৈছে। সীমাবদ্ধ শক্তিৰে এই সম্পাদনাৰ কাম কৰোঁতে হোৱা ক্ৰটী-বিচ্যুতিৰ বাবে ক্ষমা বিচাৰিলোঁ। আশা কৰিছোঁ তৃতীয়

লেখক-শিবিৰৰ আলোচনা-সম্বলিত 'অধ্যয়ন-চক্র'ই পাঠক-পাঠিকাৰ সমাদৰ লাভ কৰিব। গ্রন্থখনিৰ আৰ্হিকাকত চাই আগবঢ়োৱা সহায়ৰ বাবে অসম সাহিত্য সভাৰ নৱ-নির্বাচিত সহকাৰী সম্পাদক অধ্যাপক বসন্তকুমাৰ গোস্বামী আৰু গ্রন্থখনি ছপাই দিয়াৰ বাবে যোৰহাটৰ ভাৰতী প্রেছক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

মাঘী পূর্ণিমা
ফেব্রুৱাৰী ১৫, ১৯৭৬ খ্রী,
চন্দ্রকান্ত সন্দিকৈ ভৱন, যোৰহাট

প্রধান সম্পাদক
অসম সাহিত্য সভা

## কৃতজ্ঞতা-জ্ঞাপন

'তৃতীয় লেখক-শিবিৰ' আয়োজনৰ বাবে অসম সাহিত্য সভাৰ প্রাক্তন উপসভাপতি শ্রীযতীন্দ্রনাথ গোস্বামীৰ সভাপতিত্বত গঠিত 'প্রস্তুতি-সমিতি'—যি সমিতিৰ আন্তৰিক শ্রমৰ অবিহনে তৃতীয় লেখক-শিবিৰৰ সুদৃশ্য মণ্ডপকে ধৰি অতিথিসকলৰ আদৰ-অভ্যর্থনা, আয়োজন সম্ভৱ নহ'লহেঁতেন॥ অসম সাহিত্য সভাৰ প্রাক্তন সভাপতি বাগ্মীবৰ শ্রীনীলমণি ফুকন ককা, শ্রীশ্রীমিত্রদেৱ মহন্ত অধিকাৰ, শ্রীবিনন্দচন্দ্র বৰুৱা, শ্রীআনন্দচন্দ্র বৰুৱা আৰু শ্রীতীর্থনাথ শর্মা॥ যোৰহাট সাহিত্য সভা॥ যোৰহাটৰ বাল্যভৱন, চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়, দেৱীচৰণ বৰুৱা কলেজ, জগন্নাথ বৰুৱা কলেজ॥ ডাঃ জীৱকান্ত শইকীয়া, ভাৰতী প্রেছ, শ্রীপ্রভাত খাউণ্ড, অন্নদা প্রিণ্টিং হাউছ, যোৰহাট মহিলা সমিতি, শ্রীদেৱেন বৰা, যোৰহাটৰ পুথি-ব্যৱসায়ীসকল আৰু যোৰহাটৰ ক্ষুদ্র ব্যৱসায়ী-সকল॥ দৈনিক জনমভূমি, সাপ্তাহিক জনমভূমি, দৈনিক অসম আৰু আকাশ-বাণী॥ যোৰহাট জিলা প্রশাসন, আঞ্চলিক গৱেষণা-গাৰ, যোৰহাট পৌৰসভা আৰু বিদ্যুৎ বোর্ড॥ শ্রীইন্দ্র শর্মা আৰু যোৰহাট সংগীত বিদ্যালয়॥ শ্রীঅৰুণচন্দ্র গোস্বামী, শ্রীদেৱপ্রসাদ বৰুৱা, শ্রীদেৱেশ্বৰ শইকীয়া, শ্রীদিলীপ শর্মা, শ্রীবসন্তকুমাৰ গোস্বামী, শ্রীপ্রকাশ গোস্বামী আৰু প্রধান সম্পাদকৰ দক্ষিণহস্তস্বৰূপ সহকাৰী সম্পাদক শ্রীঅমল ৰাজখোৱা আদি॥ লেখক-শিবিৰলৈ পৰোক্ষ-প্রত্যক্ষ ভাৱে সহায়-সহযোগ, দিহা-পৰামর্শ আগবঢ়োৱা আৰু শিবিৰৰ কার্য-সূচীত উপস্থিত থকা সমূহ ব্যক্তি॥ —এই সকলো-লৈকে আমাৰ আন্তৰিক, হিয়াওপচা কৃতজ্ঞতা-জ্ঞাপন কৰিলোঁ।

—প্রধান সম্পাদক॥

## প্ৰস্তুতি সমিতিৰ সভাপতি শ্ৰীযতীন্দ্ৰনাথ গোস্বামীৰ আদৰণী ভাষণ

অসম সাহিত্য সভাৰদ্বাৰা আয়োজিত এই তৃতীয় লেখক-শিৱিৰৰ দুদিনীয়া আলোচনাত অংশগ্ৰহণ কৰিবৰ কাৰণে অসমৰ বিভিন্ন ঠাইৰপৰা সাহিত্যিক, সমালোচক, বুৰঞ্জীবিদ্, পুৰাতত্ত্ববিদ্ আহি ইয়াত সন্মিলিত হৈছে। অসম সাহিত্য সভাই লেখক-শিৱিৰৰ প্ৰস্তুতিৰ ভাৰ যোৰহাটবাসীৰ ওপৰত ন্যস্ত কৰাৰ কাৰণে আমি অতি কম সময়ৰ ভিতৰতে খৰ-খেদাকৈ শিৱিৰৰ যাৱতীয় আয়োজন কৰিবলগা হৈছে।

যোৰহাট এখন ঐতিহ্যমণ্ডিত নগৰ। এই নগৰ আহোম ৰজাসকলৰ শেষ ৰাজধানী। যোৰহাট নগৰৰ উত্তৰে থকা ৰজাহাউলিয়ে দৰঙী ৰজা আৰু আহোম ৰজাৰ ভিতৰত একালত যি প্ৰীতিৰ বান্ধোন আছিল তাৰ স্বাক্ষৰ বহন কৰে।

যোৰহাটৰ মালৌপথাৰ আৰু বৰভেঁটিয়ে অষ্টাদশ শতিকাৰ অসম বুৰঞ্জীৰ কথা সোঁৱৰাই দিয়ে। কুৰংগনয়নীৰ যৌতুকত মগলু বা মণিপুৰীসকলক বাস কৰিবলৈ দিয়া খাতেই মগলুখাত আৰু খেতি কৰিবলৈ দিয়া মাটিয়েই হ'ল মগলুপথাৰ বা মালৌপথাৰ। মোৱামৰীয়া মহন্তৰ শিষ্যবৰ্গই সিবিলাকৰ গুৰুঋণ শুজিবলৈ সংকল্প কৰা ঠাইয়েই হ'ল বৰভেঁটি। মাজুলী আৰু যোৰহাটৰ কেউফালে থকা সত্ৰসমূহে বৈষ্ণৱ ধৰ্ম সজীৱ কৰি ৰখাৰ উপৰি



অসমৰ কলা-সংস্কৃতি আদিৰ উৎকৰ্ষ সাধন কৰিছে। যোৰহাট নগৰৰ উত্তৰে থকা চকীহাট আৰু মাছৰহাট এই দুখন হাটৰপৰা যোৰহাট নামটিৰ উৎপত্তি হৈছে। অসমৰ চাহ উদ্যোগৰ ক্ষেত্ৰত্ত যোৰহাটৰ খ্যাতি আছে। এই প্ৰসংগত অসম চাহ কোম্পানীৰ পিছতে "যোৰহাট চাহ কোম্পানীৰ" নাম মনলৈ আহে। মুঠৰ ওপৰত শিক্ষা, শিল্প, বাণিজ্য আদি সকলো ক্ষেত্ৰতে যোৰহাট অসমৰ ভিতৰত এখন লেখত ল'বলগীয়া নগৰ। আপোনালোকক এই নগৰলৈ নিমন্ত্ৰণ কৰি আনি যিদৰে আদৰ অভ্যৰ্থনা কৰিব লাগে সেইদৰে আমি কৰিবপৰা নাই। আনকি নিমন্ত্ৰিতসকলক থকা-মেলাৰ সামান্য সা-সুবিধা দিব পাৰিছোঁ বুলিও আমাৰ মনে নধৰে। সেইফালৰপৰা আমি ক্ষমাৰ পাত্ৰ।

মাধৱদেৱে নামঘোষাত কৈছে ঃ

অধমে কেৱল দোষ লৱয়ে মধ্যম গুণ
দোষ লৱে কৰিয়া বিচাৰ।
উত্তমে কেৱল গুণ লৱয় উত্তমোত্তমে
অল্পগুণ কৰয় বিস্তাৰ ॥

অসম সাহিত্য সভাৰ কাৰ্য-নিৰ্বাহকে যোৰহাটত লেখক-শিৱিৰ অনুষ্ঠিত কৰি আমাক সাহিত্যিক আৰু সাহিত্যমোদী ৰাইজক সেৱা কৰাৰ যি সুবিধা দিলে তাৰ বাবে কৰ্মকৰ্তাসকলক ধন্যবাদ জনালোঁ। লেখক-শিৱিৰৰ এই দুদিনৰ পুৰাতত্ত্ব আৰু সমালোচনা বিষয়ক আলোচনা ফলপ্ৰসূ হওক আৰু আমাৰ ভাষা-সাহিত্যৰ শ্ৰীবৃদ্ধি সাধন কৰক এয়ে আমাৰ কামনা। সদৌশেষত আমাৰ ত্ৰুটী-বিচ্যুতিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰি স্বাগত সম্ভাষণ জনালোঁ।

—০—

### উদ্বোধক ডক্টৰ মহেশ্বৰ নেওগৰ

## ভাষণৰ টোকা

[অসম সাহিত্য সভাৰদ্বাৰা আয়োজিত তৃতীয় লেখক-শিবিৰৰ কাৰ্য-সূচী উদ্বোধন কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলাগুৰু আৰু অসমীয়া বিভাগৰ জৱাহৰলাল নেহৰু আসনৰ মূৰব্বী অধ্যাপক ডক্টৰ মহেশ্বৰ নেওগে। উল্লেখযোগ্য ডক্টৰ নেওগে অসম সাহিত্য সভাৰ প্ৰথম আৰু দ্বিতীয় দুয়োটি লেখক শিবিৰৰ আটাইকেয়োদিনৰ কাৰ্য-সূচীৰ সঞ্চালনৰ দায়িত্ব বহন কৰিছিল।]

॥ লেখক-শিবিৰৰ আৱশ্যকতা ॥

অসম সাহিত্য সভাৰদ্বাৰা আয়োজিত তৃতীয় লেখক-শিবিৰৰ কাৰ্য-সূচী উদ্বোধন কৰি ডক্টৰ নেওগে কয় যে—'লেখক-শিবিৰৰ পৰিকল্পনা অসম সাহিত্য সভাৰ বুৰঞ্জীত এটা নতুন পৰিকল্পনা আৰু ১৯৭৩ চনৰ ডিচেম্বৰ মাহৰ ২৬ তাৰিখৰপৰা ১৯৭৪ চনৰ জানুৱাৰী মাহৰ ১ তাৰিখলৈকে গুৱাহাটীত আয়োজন কৰা প্ৰথম লেখক-শিবিৰৰ কাৰ্য-সূচীতেই আছিল পৰিকল্পনাৰ প্ৰথম বাস্তৱ ৰূপ। আধুনিক যুগৰ অসমীয়া সাহিত্যৰ কবিতা, চুটি গল্প, উপন্যাস, সমালোচনা সাহিত্য আৰু অসমৰ জনজাতীয় ভাষাসমূহৰ আলোচনা অন্তৰ্ভুক্ত কৰি আয়োজন কৰা সেই শিবিৰে আমাৰ লেখকসকলক আমাৰ ভাষা-সাহিত্যৰ বিভিন্ন প্ৰশ্ন আৰু সমস্যা সম্পৰ্কে অন্তৰংগভাৱে আলোচনা কৰাৰ প্ৰথম পথ মুকলি কৰি দিলে। ১৯৭৪ চনৰ নৱেম্বৰ মাহৰ ৬ তাৰিখৰপৰা ৯ তাৰিখলৈকে চাৰিদিনীয়াকৈ দ্বিতীয় লেখক-শিবিৰৰ আয়োজন কৰি সেই সময়ৰ এটা জৰুৰী প্ৰশ্ন—বড়ো ভাষাকে ধৰি অসমৰ জনজাতীয় ভাষাসমূহৰ বাবে কোনটো লিপি উপযোগী আৰু অসমীয়া লিপিৰ সৰলীকৰণ—এই দুই বিষয়ৰ প্ৰশস্ত

আলোচনাৰ বাবে ব্যৱস্থা কৰা হৈছিল। এই দুয়োবাৰ আয়োজন কৰা শিৱিৰে প্ৰমাণ কৰিলে যে অসম সাহিত্য সভাই লেখক-শিৱিৰৰ আয়োজন কৰি এটি ভাল কামৰ আৰম্ভণি কৰিছে। এই দুয়োবাৰৰ লেখক-শিৱিৰৰ কাৰ্য-সূচী সঞ্চালন কৰাৰ ভাৰ মোৰ ওপৰতেই পৰিছিল আৰু এতিয়া তৃতীয় লেখক-শিৱিৰৰ কাৰ্য-সূচী উদ্বোধন কৰিবৰ বাবে সভাৰ সম্পাদকে দায়িত্ব দিলে। এইবাৰৰ শিৱিৰৰ কাৰ্য-সূচীত যিকেইটা বিষয় অন্তৰ্ভুক্ত কৰা হৈছে আটাই-কেউটিয়েই বৰ গুৰুত্বপূৰ্ণ বিষয়। আটাইকেউটা বিষয়-সম্পৰ্কে নিমন্ত্ৰিত লেখক-গৱেষকসকলে বহলাই আলোচনা কৰিব। মই মাথো চমুকৈ সিসকলৰ আগত কিছু কথা উত্থাপনহে কৰিম।'

॥ অসমৰ পূৰ্ণাংগ বুৰঞ্জী প্ৰণয়নত গুৰুত্ব ॥

'অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন' শীৰ্ষক শিৱিৰৰ প্ৰথম আলোচ্যবিষয় সম্পৰ্কে ডক্টৰ নেওগে কয় যে—'আহোমসকলেই অসমলৈ বুৰঞ্জী লৈ আহিল আৰু অসমীয়া ভাষাত বুৰঞ্জী সাহিত্য প্ৰতিষ্ঠা কৰিলেহি। কিন্তু বুৰঞ্জীৰ অধ্যয়ন নতুন বস্তু। অসম বুৰঞ্জীৰ অধ্যয়নৰ প্ৰতি বেপ্‌টিষ্ট মিছনেৰী-সকলেই আমাৰ শিক্ষিত লোকসকলৰ দৃষ্টি আকৰ্ষণ কৰিলে। কিন্তু সকলো দিশ সামৰাকৈ এখন পূৰ্ণাংগ বুৰঞ্জী এতিয়াও আমি লিখি উলিয়াব পৰা নাই। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ বিদ্যাবিনোদ, কনকলাল বৰুৱা, ড° সূৰ্যকুমাৰ ভূঞা, শ্ৰীবেণুধৰ শৰ্মাৰ দৰে লোকে অসম বুৰঞ্জীৰ চৰ্চা আৰু অধ্যয়ন কৰি বাট মোকোলাই থৈছে। হেমচন্দ্ৰ গোস্বামীয়ে প্ৰত্নতত্ত্বৰ দিশত কৰা অধ্যয়নে অতীতক জানিবৰ আৰু আনক জনাবৰ বাবে বাট কাটি দিলে। কিন্তু এতিয়াও আমাৰ কৰিবলগীয়া কামৰ ডাঙৰ অংশটিয়েই পৰি আছে। আমাৰ পূৰ্বসুৰীসকলে কৰা কামৰ কথা শ্ৰদ্ধাৰে আমি স্মৰণ কৰিছোঁ। অসমৰ এখন পূৰ্ণাংগ বুৰঞ্জী ৰচনাৰ কাম হাতত লৈছিল এড্‌ৱাৰ্ড গেইটে, আৰু এতিয়াও গেইটৰ বুৰঞ্জীখনকে প্ৰামাণ্য বুৰঞ্জীস্বৰূপে মানি থকা হৈছে। কিন্তু তাতো আমাৰ অতীতৰ সকলো সন্তেদ যে আমি পাওঁ—এনে নহয়। প্ৰত্নতাত্ত্বিক প্ৰমাণলিখিত বুৰঞ্জী নথকা কালৰ বাবে বৰ মূল্যবান প্ৰমাণ। পুৰণি কাব্য-কাহিনী আদিত থকা কথাৰ ওপৰতে বুৰঞ্জী লিখিবৰ বাবে সম্পূৰ্ণ নিৰ্ভৰ কৰিব নোৱাৰি। তেনে প্ৰসংগৰপৰা আমি কিছুমান কথাৰ



ইংগিত আৰু আভাস পাব পাৰোঁ। কিন্তু তেনে গ্ৰন্থৰ সকলো কথাই বুৰঞ্জীৰ ভেঁটিস্বৰূপে গ্ৰহণযোগ্য হ'ব নোৱাৰে। গতিকে বুৰঞ্জীৰ গৱেষকসকলে বৈজ্ঞানিক দৃষ্টিভংগীৰে সিবোৰ অধ্যয়ন আৰু বিশ্লেষণ কৰিব লাগিব আৰু যিবোৰ চাক্ষুষ প্ৰমাণ পোৱা যায়, যেনে—শিলালিপি, তাম্ৰলিপি, মুদ্ৰা, স্থপতি আৰু ভাস্কৰ্য বিদ্যাৰ নিদৰ্শন—এইবোৰৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। তাকে কৰোঁতেও যথেষ্ট সাৱধানতা অৱলম্বন কৰিব লাগিব। কাৰণ এনে তামৰ ফলিও পোৱা হৈছে যিবোৰ স্বৰূপতে জাল ফলি। 'প্ৰাচ্যশাসনাৱলী' গ্ৰন্থত তেনে ফলিৰ আলোচনা কৰা হৈছে। আমাৰ চুটীয়া ৰজাসকলৰ সম্পৰ্কেও কিছু আখ্যান আছে; কিন্তু আখ্যানেই বুৰঞ্জী হ'ব নোৱাৰে। আমাৰ এগৰাকী শ্ৰদ্ধেয় বুৰঞ্জী-পণ্ডিত স্বৰ্গীয় সৰ্বেশ্বৰ বৰুৱা ডাঙৰীয়াই পাঠোদ্ধাৰ কৰা এই সম্পৰ্কীয় লিপিৰ কথা উল্লেখ কৰিব পাৰি। তেখেতে বৰ যত্নসহকাৰে তিনিখন ফলিৰ পাঠ পঢ়ি গৈছে। ভীষ্মকনগৰ বুলি কোৱা ঠাই, তাম্ৰেশ্বৰীৰ মন্দিৰ আদিৰ অধ্যয়নে এই ক্ষেত্ৰত আমাক অধিক সমল দিব পাৰে। ফলি বা পুথি পঢ়াৰ পদ্ধতিও হ'ব লাগে বিজ্ঞানসন্মত। নহ'লে শুদ্ধ বাট বিচাৰি পোৱা নাযাব। গতিকে আমাৰ বুৰঞ্জীকাৰসকলৰ সন্মুখত এই সমস্যা আৰু প্ৰশ্নবোৰ থাকিল।'

॥ সমালোচনা সাহিত্যৰ প্ৰতিষ্ঠা ॥

শিৱিৰৰ দ্বিতীয় আলোচ্যবিষয় 'সাহিত্য আৰু সাহিত্য-সমালোচনাৰ ধাৰা'ৰ বিষয়ে ড° নেওগে কয় যে—'সাহিত্য-সমালোচনা নিৰ্ভৰ কৰে সাহিত্যৰ শিল্পগুণ, সাহিত্যৰ ৰুচি আৰু আদৰ্শৰ সূক্ষ্ম বিচাৰ-বিশ্লেষণৰ ওপৰত। সমালোচকৰ প্ৰধান দায়িত্ব হ'ল এনে বিশ্লেষণেৰে সাহিত্য-উপলব্ধিৰ বাবে বাট দেখুৱাই দিয়াটো। অসমীয়া সাহিত্যৰ সমালোচনায়ো এনে এটি বাঞ্ছিত আৰু পূৰ্ণ ৰূপ লৈ সুপ্ৰতিষ্ঠিত হোৱাৰ বাবে অপেক্ষা কৰি আছে। ড° কাকতীৰ দৰে সমালোচকক লৈ আমি গৌৰৱ কৰোঁ। কিন্তু আমাৰ আধুনিক সাহিত্যৰো সকলো দিশ সামৰাকৈ বিস্তৃত সমালোচনা সম্পূৰ্ণ হোৱা নাই। অসমীয়া সাহিত্যৰ বুৰঞ্জীসমূহেও ৰূপৰেখাহে আঁকিছে, নিটোল ৰূপ দিব পৰা নাই। যাক ইংৰাজীত critical criticism বুলিব পাৰি তেনে সমালোচনা আমাৰ সাহিত্যৰ হোৱা নাই। এতিয়া সমালোচনাৰ দুটা প্ৰধান

ধাৰাৰ কথা সঘনে উত্থাপিত হৈছে ঃ নন্দনতাত্ত্বিক সমালোচনা আৰু সমাজতাত্ত্বিক সমালোচনা। সমাজতাত্ত্বিক সমালোচনা নতুন বস্তু হ'লেও ই কিছু প্ৰয়োজনীয় দিশ মুকলি কৰি দিছে। অসমীয়া সাহিত্যত ইও হৈ আছে নিচেই চালুকীয়া। আমাৰ সাহিত্যৰ ৰুচি আৰু আদৰ্শ, আমাৰ সাহিত্যৰ শিল্পধৰ্ম নিৰ্ণয় কৰি সাহিত্যৰ প্ৰকৃত মূল্যায়ন কৰাৰ দায়িত্ব সমালোচকসকলৰ ওপৰত ন্যস্ত হৈ আছে। এই দিশত সমালোচকসকলৰ চিন্তা-চৰ্চাকামে আমাক পথৰ সন্ধেদ দিব বুলি আশা কৰিলোঁ।'

॥ লেখক-প্ৰকাশকৰ সম্পৰ্ক মধুৰ হ'ব লাগে ॥

শিৱিৰৰ তৃতীয় আলোচ্য বিষয়—'লেখক-প্ৰকাশকৰ সম্পৰ্ক আৰু চুক্তি' সম্পৰ্কে ভেখেতে কয় যে—'এইটো সকলোৱেই বিচাৰে যে লেখক আৰু প্ৰকাশকৰ মাজৰ সম্পৰ্ক মধুৰ হ'ব লাগে। কিন্তু বহু সময়ত মধুৰ নহৈ অন্যহে হয়। অসমীয়া লেখকসকলে লিখি জীৱন-নিৰ্বাহ কৰিব পৰা অৱস্থা এটি হোৱা নাই। তদুপৰি ভাষা-সাহিত্যৰ প্ৰতি বা কোনো বিষয়ৰ প্ৰতি ভালপোৱাৰ আৰু প্ৰয়োজনৰ দায়ত লিখা আৰু অৰ্থৰ দায়ত লিখা দুটা কথা। ড° কাকতীৰ দৰে লেখকে লিখি পোৱা অৰ্থৰ পৰিমাণ আছিল মাত্ৰ ত্ৰিছ টকা। মোৰ নিজৰ জীৱনতো অৰ্থ লাভ হ'ব বুলি কোনো দিন কাপ হাতত লোৱা নাই। সেয়ে হোৱা হ'লে মোৰ ইতিমধ্যে ওলোৱা কিতাপকেইখনো যে ওলালহেঁতেন সেই কথা ন-দি ক'ব নোৱাৰোঁ। কিন্তু বৰ্তমান অৱস্থাৰ সলনি ঘটিছে। এসময়ত কিতাপ লিখা আৰু প্ৰকাশ কৰা দুয়োটা কাম লেখক আৰু প্ৰকাশকে কৰিছিল কৰ্তব্য বুলি অনুভৱ কৰি। কিন্তু এতিয়া প্ৰকাশন-ব্যৱসায় এটি ভাল ব্যৱসায়ত পৰিণত হৈছে। গতিকে যি মূলধনৰ ওপৰত এই ব্যৱসায় বৰ্তিছে, সেই মূলধন যোগাওঁতা লেখকসকল প্ৰাপ্যৰপৰা বঞ্চিত হোৱাটো কেতিয়াও কাম্য হ'ব নোৱাৰে। লেখক আৰু প্ৰকাশকৰ মাজৰ সম্পৰ্ক মধুৰ কৰি তোলা আৰু মধুৰ কৰিবৰ বাবে—পুথি-প্ৰকাশন সম্পৰ্কীয় সকলো ব্যৱস্থা, লেখকৰ প্ৰাপ্য আদি সম্পৰ্কত এটা উপায় উদ্ভাৱন কৰাটো প্ৰয়োজনীয় কথা হৈ পৰিছে। সাহিত্য সভাই যদি আগ ভাগ লৈ এই সম্পৰ্কত কিবা এটি কৰিব পাৰে, আমাৰ সকলোৰে বাবেই, লেখক আৰু প্ৰকাশক দুয়োপক্ষৰ বাবেই বৰ আনন্দৰ কথা হ'ব।'



॥ জ্যোতি-সংগীত ॥

শিৱিৰৰ চতুৰ্থ আলোচ্য বিষয়—'আধুনিক অসমীয়া সংগীতৰ ধাৰা ঃ জ্যোতি-সংগীত' এই বিষয়ে ড° নেওগে কয় যে—'অসমীয়া জাতি যিদৰে লোক গীত-মাতত চহকী, তেনেদৰেই ধ্ৰুপদী সংগীততো চহকী ; এই ধ্ৰুপদী গীত হ'ল শ্ৰীশংকৰ-মাধৱ ৰচিত বৰগীত আৰু নাটৰ গীতসমূহ। কিন্তু আধুনিক অসমীয়া সংগীতৰ ধাৰাই ইংৰাজ অহাৰ বহু পিছৰপৰাহে আৰম্ভণি লাভ কৰিছে। প্ৰথম অৱস্থাত বঙলা গীত আৰু সুৰৰ প্ৰৱেশ আৰু প্ৰভাৱৰ সময় বুলিব পাৰি। আধুনিক অসমীয়া গীতৰ নাম ল'লেই লক্ষ্মীৰাম বৰুৱা, কীৰ্তিনাথ বৰুৱা, পাৰ্বতিপ্ৰসাদ বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালাৰ নাম মনলৈ আহে। লক্ষ্মীৰাম বৰুৱাৰ ভেঁটি আছিল হিন্দুস্থানী ৰাগ সংগীত। ইসকলৰ ভিতৰত জ্যোতিপ্ৰসাদে সৃষ্টি কৰি গ'ল এটি নতুন ঠাঁচ। এহাতে ভাৰতীয় ৰাগ-সংগীতৰ আৰু আনহাতে অসমীয়া ধ্ৰুপদী আৰু লৌকিক গীতৰ সুৰৰ সমন্বয় ঘটাই জ্যোতিপ্ৰসাদে ৰচনা কৰা গীত নিজেই এটি নতুন ধাৰা হৈ পৰিল। অসমীয়া, ভাৰতীয় আৰু ইউৰোপীয় সংগীতৰ বিশেষ জ্ঞান থকা জ্যোতিপ্ৰসাদ সেইবাবে অসমীয়া সংগীতৰ বুৰঞ্জীত এটি স্মৰণীয় নাম হৈ পৰিল। জ্যোতি-সংগীতৰ সংগ্ৰহ আৰু স্বৰলিপিকৰণৰদ্বাৰা এই গীতসমূহ বিকৃত হ'ব নোৱৰাকৈ ৰখাৰ দায়িত্ব আমাৰ সংগীতজ্ঞ, সংগীত-শিল্পীসকলৰ। আমি আশা কৰিছোঁ জ্যোতি-সংগীতৰ বিষয়ে আয়োজন কৰা এই আলোচনাই বহল আলোচনাৰ বাবে পথ মুকলি কৰি দিব। শেষত উদ্যোক্তাসকলৰ শলাগ লৈ আৰু এই তৃতীয় লেখক-শিৱিৰত সমৱেত লেখকসকললৈ অন্তৰৰ শ্ৰদ্ধা নিৱেদন কৰি এই শিৱিৰৰ কাৰ্য-সূচী উদ্বোধন কৰিলোঁ।'

———

সভাপতি ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাৰ

## ভাষণৰ টোকা

[ অসম সাহিত্য সভাৰদ্বাৰা আয়োজিত তৃতীয় লেখক-শিবিৰৰ উদ্বোধনী আৰু সামৰণি অনুষ্ঠানত সভাপতিত্ব কৰে অসম সাহিত্য সভাৰ সভাপতি ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই। তদুপৰি শিবিৰৰ বাকী সকলো কাৰ্য-সূচীতে তেখেত উপস্থিত থাকে। ]

॥ তৃতীয় লেখক-শিবিৰ ॥

অসম সাহিত্য সভাৰদ্বাৰা আয়োজিত লেখক-শিবিৰৰ আয়োজন সম্পৰ্কে ডঃ শৰ্মাই কয় যে --'অসম সাহিত্য সভাৰ মুকলি অধিৱেশনৰ মাজত যি কাম সম্পন্ন কৰিব নোৱাৰি, লেখক-শিবিৰৰ কাৰ্য-সূচীৰে তেনে কাম সম্পন্ন কৰিব পাৰি। অসম সাহিত্য সভাই ইয়াৰ আগতেো দুটা লেখক-শিবিৰৰ আয়োজন কৰি গৈছে। এই তৃতীয় লেখক-শিবিৰৰ সূচী আগৰ দুটাতকৈ বেলেগ। এই শিবিৰত আলোচনাৰ বাবে গ্ৰহণ কৰা হৈছে—বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন, সাহিত্য আৰু সাহিত্য-সমালোচনাৰ ধাৰা আৰু লেখক-প্ৰকাশকৰ সম্পৰ্ক এইকেইটা বিষয়। এই বিষয়ে আলোচনা কৰিবলৈ প্ৰায় ৪০।৫০ জন লেখক-লেখিকাক আমি নিমন্ত্ৰণ জনাই আনিছোঁ। আশা কৰিছোঁ সিসকলৰ আলোচনাই এই বিষয়বোৰত নতুন পোহৰ পেলাব পাৰিব আৰু বহুতো নতুন তথ্য-পাতি পোহৰলৈ আনিব। আমি জয়জয়তে নিমন্ত্ৰিত লেখকসকলৰ প্ৰতি আন্তৰিক স্বাগত-সম্ভাষণ জ্ঞাপন কৰিছোঁ।

॥ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন ॥

বুৰঞ্জীত অসম দেশ চহকী। কিন্তু দুখৰ কথা যে আমাৰ দেশখনৰ গৌৰৱময় অতীত বুৰঞ্জীৰ বহুতো সমল কালে ইতিমধ্যেই ধ্বংস কৰি পেলাইছে।



থকাখিনিৰো সংগ্ৰহ আৰু সংৰক্ষণ যিদৰে হ'ব লাগে, হোৱা নাই। এই সম্পৰ্কত আমি কৰিবলগীয়া কামবোৰৰ সম্পৰ্কত শিবিৰত সমবেতসকলে চিন্তা কৰিব আৰু পথৰ সন্ধান দিব বুলি আশা কৰিলোঁ। আহোম যুগৰ বুৰঞ্জীয়ে আমাক ৰাজনৈতিক ইতিহাসৰ সন্তেদ দিয়ে। সামাজিক, অৰ্থনৈতিক জীৱনৰ পূৰ্ণ প্ৰতিচ্ছবি তাত আশা কৰিব নোৱাৰি। কিছু সন্তেদ এই সম্পৰ্কত দিব পাৰিব—সত্ৰৰ বংশাৱলী, চৰিতপুথি, বা-বিষয়াসকলৰ বংশাৱলী ইত্যাদিয়ে। কেশৱদেৱৰ চৰিতপুথিত গদাধৰসিংহৰ বৈষ্ণৱ নিৰ্যাতনৰ বৰ্ণনা আছে আৰু অনেক সন্তেদ, এতিয়াও অধ্যয়ন নোহোৱা পুথি-পত্ৰই দিব পাৰে। কবিসকলৰ ৰচনাৰ মাজতো কিছু সন্তেদ লুকাই থাকে। যেনে, গেইট চাহাবে ৰুদ্ৰসিংহ স্বৰ্গদেৱক নিৰক্ষৰ বুলি উল্লেখ কৰিছে ; কিন্তু শকুন্তলাকাব্যখ্যাত কবিৰাজ চক্ৰৱৰ্তীৰ ৰচনাই তাৰ ওলোটা প্ৰমাণ দিয়ে। সামান্য কথা একোটায়ো সময়ত একো একোটা গুৰু বিষয়ৰ সন্তেদ দিব পাৰে।

তদুপৰি অনেক লোকগীত, কিংবদন্তী লোক-কথা জনসাধাৰণৰ মাজত চলি আহিছে—যিবোৰত থকা উল্লেখৰপৰা নতুন কথা ওলাব পাৰে। বৰফুকনৰ গীত, চিকনসৰিয়হৰ গীত, নাহৰৰ গীত আদিৰ কথা এই সম্পৰ্কত উল্লেখ কৰিব পাৰি।

আহোম ৰজাৰ দিনত পেড়া-কাকতসমূহৰপৰাও সমসাময়িক অৰ্থনৈতিক তথ্য-পাতিৰ সন্তেদ পাব পাৰি। পেড়া কাকতসমূহৰো শৃংখলাবদ্ধ অধ্যয়ন এটা প্ৰয়োজনীয় বিষয়।

বুৰঞ্জী ৰচনাত—কাব্য-সাহিত্য, সংস্কৃত প্ৰাচীন গ্ৰন্থাদি, ধৰ্মশাস্ত্ৰ ইত্যাদিয়েও পৰিপূৰক ঘটনাৰ ইংগিত যোগাব পাৰে। তদুপৰি প্ৰাচীন বুৰঞ্জীৰ সমল অসমৰ বিভিন্ন ঠাইত সিচঁৰিত হৈ মাটিৰ তলে-ওপৰে পৰি আছে। সেই-বোৰৰ খনন, সংগ্ৰহ আৰু অধ্যয়নৰ ওপৰতহে অসমৰ পূৰ্ণাংগ বুৰঞ্জী-ৰচনা নিৰ্ভৰ কৰিছে।

॥ সাহিত্য আৰু সাহিত্য-সমালোচনাৰ ধাৰা ॥

দ্বিতীয় আলোচ্যবিষয় সম্পৰ্কে সভাপতি ডাঙৰীয়াই কয় যে—জোনাকী যুগতে অসমীয়া সমালোচনা-সাহিত্যৰ জন্ম বুলিব পাৰি। তেতিয়াৰপৰা অসমীয়া

সাহিত্য আৰু সাহিত্য-সমালোচনা দুয়ো আগবাঢ়ি আহিছে। বেজবৰুৱাৰপৰা আৰম্ভ কৰি নানাজনে সমালোচনাত্মক প্ৰবন্ধ লিখি গৈছে। আমাৰ ভাষাত ব্যাখ্যাত্মক, তুলনামূলক, ঐতিহাসিক, যুক্তিবাদী আদি বেলেগ বেলেগ ধাৰাৰ সাহিত্য-সমালোচনা দেখিবলৈ পোৱা গৈছে। একোজন লেখকৰ সমগ্ৰ ৰচনা জনাৰ পিছতহে যুক্তিবাদী সমালোচনা হ'ব পাৰে। মাৰ্ক্সবাদী সমালোচনা হ'ল—সমাজভিত্তিক।

অসমীয়া সাহিত্যৰ সমালোচনাত অনেক সময়ত দুজনৰ মত এটা হোৱা দেখা নাই। পাঠকৰ ৰুচি-অভিৰুচি গঠনতো সমালোচকে প্ৰভাৱ পেলাব পাৰে। বহু সময়ত সমালোচকে পাঠকৰ চকুৰ আগত সমালোচিত গ্ৰন্থখনিৰ বিষয় এনেভাৱে দাঙি ধৰে যে—পাঠকে তাৰদ্বাৰা গ্ৰন্থখনি হৃদয়ংগম কৰা সম্ভৱ হৈ উঠে। আমাৰ বহুতো সমালোচকে পাঠকৰ ৰুচি-অভিৰুচিৰ প্ৰতি বিশেষ দৃষ্টি দিয়ে বুলি ক'ব নোৱাৰি।

সমালোচকসকলৰ সমালোচনা সৃষ্টিশীল হোৱা উচিত বুলি ভৱা হয়। সমালোচকৰ কৰ্তব্য হ'ল ব্যাখ্যা কৰা, ভাষ্যদান কৰা বা লুকাই থকা সৌন্দৰ্য দাঙি ধৰা। বিচাৰ হ'ল তাৰ গৌণ উদ্দেশ্যহে। কিন্তু বহুতে দোষ-ত্ৰুটীৰ বিচাৰহে আগ কৰে। সাহিত্যৰ ভাৱ আৰু গঢ় এই দুয়োটাৰে সৌন্দৰ্য প্ৰকাশ কৰিব পৰাতেই সমালোচনাৰ সাৰ্থকতা। শিবিৰত সমবেত আলোচকসকলে এই বিষয়ে আৰু অনেক ন কথাৰ সন্ধেদ আমাক দিব বুলি আশা কৰিলোঁ।

॥ লেখক-প্ৰকাশকৰ সম্পৰ্ক ॥

অসমত প্ৰকাশকৰ সংখ্যা লেখিব পৰা। স্বাধীনতা লাভৰ আগৰ সময়ছোৱাত অসমত ৬।৭ টামানহে ভাল প্ৰকাশন-প্ৰতিষ্ঠান আছিল। স্বাধীনতাৰ পিছৰ যোৱা ২৮ বছৰত প্ৰায় ৬০।৭০ টা প্ৰকাশন-প্ৰতিষ্ঠান গঢ়ি উঠিছে। এই সময়ছোৱাতে ৰাজ্যচৰকাৰৰ পৃষ্ঠপোষকতাত অসম প্ৰকাশন পৰিষদ গঢ়ি উঠিছে ; কিন্তু ব্যক্তিগত প্ৰকাশন-প্ৰতিষ্ঠানৰ ওপৰতেই অসমীয়া সাহিত্যৰ প্ৰকাশ নিৰ্ভৰ কৰিছে।
প্ৰকাশক আৰু লেখকৰ মাজৰ সমস্যা অনেক আছে। কিন্তু দুয়োপক্ষই



পৰস্পৰৰ প্ৰতি সহানুভূতিশীল হ'লে—এই সমস্যাবোৰ সমাধান কৰা যায়। সাহিত্য সভাৰ উদ্যোগত যদি দুয়োপক্ষৰ সুবিধা-অসুবিধা সম্পৰ্কে সম্যক আলোচনা হ'ব পাৰে আৰু সমস্যা-সমাধানৰ পন্থা ওলাব পাৰে—আমাৰ কাৰণে বৰ আনন্দৰ কথা হ'ব। আমাৰ এই শিবিৰে বিষয়টোৰ কেৱল এটা দিশৰ লোক অৰ্থাৎ লেখকসকলক সমবেত হৈ এই বিষয়ে আলোচনাৰ সুযোগ দিছে। আশাকৰোঁ এই আলোচনাও ফলপ্ৰসূ হ'ব।

## অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন

১। প্ৰাচীনকালৰপৰা সামৰি লিখা অসমৰ বুৰঞ্জী আৰু বুৰঞ্জীমূলক ৰচনাৱলীয়ে সম্যকভাৱে অসমৰ সভ্যতা-সংস্কৃতিৰ অধ্যয়ন সামৰিছে বুলি ভাৱেনে ?

২। শিলালিপি, তাম্ৰলিপি, মুদ্ৰা আদিৰ যি অধ্যয়ন এই পৰ্যন্ত হৈছে সিবোৰৰ অধ্যয়নৰ দোষ-গুণ আপোনাৰ চকুত পৰিছেনে কি ? যদি পৰিছে কেইটামান উদাহৰণেৰে আপোনাৰ মনোভাৱ সমৰ্থিত কৰাবনে ?

৩। লিপিবিজ্ঞান (Palaeography), মুদ্ৰাবিজ্ঞান (Numasmatics), আৰু পাঠোদ্ধাৰ বিজ্ঞান (Epigraphy) বিষয়সমূহৰ বিশেষ অধ্যয়ন আৰু প্ৰশিক্ষণৰ ব্যৱস্থা কৰিব লাগে বুলি নাভাৱেনে ? যদি ভাৱে ইবোৰৰ বাবে কোন পৰ্যায়ত কেনেভাৱে ব্যৱস্থা গ্ৰহণ কৰা উচিত ?

৪। সূৰ্যপাহাৰ, আমবাৰী, ভীস্মক নগৰ (?) আদিত প্ৰাপ্ত সমলসমূহৰ সময় সম্পৰ্কে আপোনাৰ ধাৰণা কি ?

৫। খনন, সংগ্ৰহ আৰু সংৰক্ষণৰ ক্ষেত্ৰ কাৰ্যকৰীভাৱে কেনেকুৱাকৈ বহলাব পাৰি বুলি ভাৱে ?

৬। খনন কাৰ্য যথাযথভাৱে কৰিব পাৰিলে পুৰণি সমল পাব পৰা কোনো ক্ষেত্ৰৰ কথা আপুনি জানেনে বা তেনে সম্ভাৱনাৰ কিবা সন্ধেদ পাইছেনে কি ?

৭। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন সম্পৰ্কে আপুনি কেনেধৰণৰ পৰামৰ্শ দিব খোজে ?

---

ডক্টৰ ৰবীন্দ্ৰ দেৱচৌধুৰী

## অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন

অসমৰ ইতিহাস আৰু পুৰাতত্ত্ব বিষয়ক বিশ্লেষণমূলক অধ্যয়ন আৰম্ভ হ'বৰ আজি প্ৰায় ১০০ বছৰৰ ওপৰ হ'ল। এই অধ্যয়নৰ সূচনা কৰে জন লুব'ক্ চাহাবে ১৮৬৭ ছনত তেখেতৰ 'Stone age of Assam' নামৰ প্ৰবন্ধটো Athenaeum ( No. 2069 June, 22, P. 822 ) নামৰ ইংৰাজী আলোচনীত প্ৰকাশ কৰি। তেওঁৰ পিছত বৃটিছ চৰকাৰৰ কেইগৰাকীমান উচ্চ পদস্থ বিষয়া—জে, এইছ, হাটন, জে-পি, মিলছ আদিয়ে অসমৰ প্ৰাগ্-ঐতিহাসিক যুগৰ সংস্কৃতিৰ ওপৰত অনুসন্ধান চলায় আৰু সেইবোৰ প্ৰকাশ কৰে।

ইয়াৰ পিছত এই অধ্যয়নৰে ২য় অধ্যায়ৰ সূচনা কৰে চাৰ এড্ৱাৰ্ড গেইট্ চাহাবে। তেখেতে ১৮৯৭ ছনত A Report on the 'Progress of Historical Research in Assam' নাম দি মূল্যৱান কিতাপ এখনি যুগুত কৰি প্ৰকাশ কৰে। ভাৰতীয় পুৰাতত্ত্ব বিভাগৰ বিষয়া টি-ব্লক চাহাবে ১৯০৫ ছনত অসমৰ পুৰাতত্ত্ব—বিশেষকৈ শদিয়া অঞ্চলৰ ভগ্নাৱশেষ আৰু ডিমাপুৰৰ শিলৰ ভাস্কৰ্যক সামৰি এটি দীঘলীয়া প্ৰবন্ধ প্ৰতিবেদন আকাৰত প্ৰকাশ কৰে। অসমৰ পুৰাতত্ত্ব বিষয়ত ইয়াৰ পিছত কেবাগৰাকী পণ্ডিতে ভাৰতীয় পুৰাতত্ত্ব বিভাগৰ হৈ অসম ভ্ৰমণ কৰি সাকৰা প্ৰবন্ধ প্ৰকাশ কৰে। ৰায়বাহাদুৰ কে, এন, দিক্ষিত ডাঙৰীয়াই ১৯২৩-২৪ ছনত, ড° আৰ, ডি, বেনাৰ্জীয়ে ১৯২৪-২৫ আৰু ১৯২৫-২৬ ছনত, এন, জি, মজুমদাৰে ১৯৩৫-৩৬ ছনত আৰু টি, এম, ৰামচন্দ্ৰনদেৱে ১৯৩৬-৩৭ ছনত "Annual Report of the Archaeological Survey of India" ত তেওঁলোকৰ প্ৰবন্ধ চিত্ৰ সহকাৰে প্ৰকাশ কৰি অসমৰ ভাস্কৰ্য আৰু স্থাপত্যক পোহৰলৈ আনে। ১৯২২ ছনত গৌৰীপুৰৰ ৰজাৰ আমন্ত্ৰণক্ৰমে নগেন্দ্ৰনাথ বসুদেৱে অসমৰ

ইতিহাস অধ্যয়ন কৰিবলৈ লয় আৰু A Social History of Assam নামৰ গ্ৰন্থখনি তিনিটা খণ্ডত প্ৰকাশ কৰে। ইয়াৰ পিছত গেইট্ চাহাবে তেখেতৰ অমূল্য গ্ৰন্থ A History of Assam প্ৰকাশ কৰে ১৯২৬ চনত।

অসমৰ ইতিহাসৰ আদিভাগৰ ওপৰত গৱেষণাৰ অধিক প্ৰয়োজন অনুভৱ কৰি আৰু সেই সময়ত বংগদেশৰ আন আন ঐতিহাসিক গৱেষণা অনুষ্ঠানৰ নিচিনাকৈ কামৰূপ অনুসন্ধান সমিতি নামৰ অনুষ্ঠান এটা কেইগৰাকীমান বিদ্যোৎসাহী লোকে ১৯২২ চনত গুৱাহাটীত প্ৰতিষ্ঠা কৰে। এই অনুষ্ঠানৰ মূখ্য উদ্দেশ্য আছিল অসমত ঐতিহাসিক অধ্যয়নৰ বাতাবৰণ এটা সৃষ্টি কৰা আৰু অসমৰ অ'ত-ত'ত সিঁচৰিত হৈ থকা আমাৰ জাতীয় সম্পদবোৰ সংগ্ৰহ কৰি গুৱাহাটীত এটা সংগ্ৰহালয় পতা। এই অনুষ্ঠানৰ লগত বিশেষভাৱে জড়িত পণ্ডিত হেমচন্দ্ৰ গোস্বামী, সৰ্বেশ্বৰ শৰ্মাকটকী, চন্দ্ৰ শৰ্মা, ৰায়বাহাদুৰ কনকলাল বৰুৱা, ৰাজমোহন নাথ, ৰায়বাহাদুৰ কালিৰাম মেধি, সূৰ্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি আদিৰ দৰে ব্যক্তিয়ে অসমৰ চুকে-কোণে পৰিথকা পুৰাতাত্বিক সম্পদ, হাতেলিখা পুথি আৰু আন বেলেগ বেলেগ দিশত নতুন নতুন তথ্য উদ্ধাৰ কৰি Report and conspectus of Kamrupa Anusandhan Samiti, Work of the Kamrupa Anusandhan Samiti, A catalogue of the Antiquities of the Kamrupa Anusandhan Samiti আৰু Journal of the Assam Research Society ত প্ৰকাশ কৰি বৰ্তমানৰ ইতিহাস আৰু পুৰাতত্ত্ব বিষয়ত গৱেষণা কৰা ছাত্ৰসকলৰ বাবে উপকাৰ সাধন কৰিলে। ইতিমধ্যে অধ্যাপক পদ্মনাথ ভট্টাচাৰ্যদেৱ আৰু ৰাজমোহন নাথ ডাঙৰীয়াই অসমৰ পুৰাতত্ত্বৰ বিভিন্ন দিশৰ বিষয়ে লেখা কেইবাটাও সাৰুৱা প্ৰবন্ধ অসমৰ ভিতৰৰ আৰু বাহিৰৰ আলোচনীত প্ৰকাশ কৰে। ভট্টাচাৰ্যদেৱে নিধনপুৰ লিপিৰ পাঠ উদ্ধাৰ কৰি আৰু তাক Epigraphia Indica ত প্ৰকাশ কৰি পণ্ডিত সমাজত সম্পদ লাভ কৰে। অসমৰ প্ৰাগ্-আহোম যুগৰ কেবাখনো লিপিৰ পাঠ উদ্ধাৰ কৰি তেখেতে বঙলা আলোচনীত প্ৰকাশ কৰিছিল। ১৯৩১ চনত তেখেতে এই প্ৰবন্ধবোৰ একেলগ কৰি আৰু নতুন তথ্য সংগ্ৰহ কৰি অসমৰ প্ৰাগ্-আহোম যুগৰ লিপিৰ বিষয়ে তেখেতৰ অতি মূল্যবান গ্ৰন্থ 'কামৰূপ শাসনাৱলী'খন প্ৰকাশ কৰে বঙলা ভাষাত। ৰাজমোহন নাথ ডাঙৰীয়া ইঞ্জিনীয়াৰ হৈও The Background of Assamese Culture খন



১৯৪৮ চনত আৰু ইয়াৰ পিছত Glorius Assam নামৰ পুথিখন লিখে। সংগ্ৰহালয় স্থাপনৰ প্ৰধান গুৰিধৰোঁতা আছিল ৰায়বাহাদুৰ কনকলাল বৰুৱা; কিন্তু ১৯৪০ চনৰ ১ এপ্ৰিলৰ দিনা সংগ্ৰহালয় ভৱনটো উদ্বোধন কৰা অনুষ্ঠানত তেখেত উপস্থিত থাকিব নোৱাৰিলে—তাৰ দুদিনমান আগেয়ে তেখেতে কলিকতাত শেষ নিশ্বাস পেলায়। তেখেতৰ যত্ন আৰু চেষ্টাৰ ফলতেই Journal of the Assam Research Society নামৰ গৱেষণা-মূলক আলোচনীখন সমিতিৰ তৰফৰপৰা তিনিমহীয়াকৈ প্ৰকাশ পাই আছিল আৰু তেখেতেই ইংৰাজীত প্ৰকাশিত পত্ৰিকাখনৰ প্ৰথম সম্পাদক আছিল।

গেইট চাহাবৰ A History of Assam নামৰ গ্ৰন্থখনিত প্ৰাগ্-আহোম কালৰ অসমৰ ইতিহাস সম্বন্ধে কমকৈ আলোচনা কৰা দেখি ৰায়বাহাদুৰ বৰুৱাদেৱে প্ৰাগ্-আহোম যুগৰ ওপৰত গুৰুত্ব আৰোপ কৰে আৰু An Early History of Kamrupa নামৰ কিতাপখন ১৯৩৩ চনত প্ৰকাশ কৰে। ইয়াৰ পিছত A cultural History of Assam নামৰ গৱেষণামূলক কিতাপখন ড°বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে ১৯৫১ চনত লিখি উলিয়ায়। এই কিতাপখনত প্ৰাগ্-আহোম যুগৰ ইতিহাস-সংস্কৃতি সম্বন্ধে আলোচনা কৰা হৈছে প্ৰথম খণ্ডত। দ্বিতীয় খণ্ডটো উলিয়াবলৈ মনস্থ কৰিও তেখেতে নোৱাৰিলে। কাৰণ তেখেত ইতিমধ্যে স্বৰ্গগামী হয়। ইয়াৰ পিছতেই ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীদেৱে আদিছোৱাৰপৰা আৰম্ভ কৰি ১২ শ শতিকালৈকে অসমৰ ইতিহাস, সামাজিক ব্যৱস্থা, শিক্ষা-ব্যৱস্থা, সংস্কৃতি আদি বিষয়বোৰ সন্নিৱিষ্ট কৰি The History of civilisation of the people of Assam from the earliest period to 12th century A. D. নামৰ গৱেষণামূলক গ্ৰন্থখন লিখি উলিয়ায়। প্ৰাগ্-আহোম যুগৰ ইতিহাস সংস্কৃতিৰ ওপৰত এইখনেই একমাত্ৰ বৃহৎ আকাৰৰ মূল্যবান গৱেষণা-মূলক গ্ৰন্থ। এইখিনিতে কও যে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাদেৱে যত্ন আৰু কষ্ট কৰি কেবাখনো আহোম যুগৰ বা তাৰ পিছৰ বুৰঞ্জী লিখি অসমীয়া জাতীয় সাহিত্যৰ সম্মান বঢ়ায়।

যদিও কেবাজনো বিশিষ্ট গৱেষকে অসমৰ বা এই অঞ্চলৰ প্ৰাগ্-ঐতিহাসিক যুগৰ বিষয়ে প্ৰবন্ধ লিখি বিভিন্ন আলোচনীত প্ৰকাশ কৰিছে তথাপি

১৯৬০ চনলৈকে কোনোৱে কিতাপ আকাৰত একো প্ৰকাশ কৰা নাছিল। ডঃ আহ্মদ হুছেইন দানীয়ে প্ৰথমবাৰৰ বাবে অসমৰ প্ৰাগ্-ঐতিহাসিক যুগৰ নৱপ্ৰস্তৰ যুগৰ বিশদ বিৱৰণ এটা দিয়ে তেখেতৰ 'Pre-History and Proto-History of Eastern India নামৰ কিতাপত।

ইতিমধ্যে ডঃ সূৰ্যকুমাৰ ভূঞাদেৱে আহোম যুগৰ বুৰঞ্জী উদ্ধাৰ কাৰ্যত একাণপতীয়াকৈ লাগে। কেবাখনো বুৰঞ্জীৰ পুথি তেখেতে উদ্ধাৰ কৰি নিজে সম্পদনা কৰি তাক প্ৰকাশ কৰে। এই কামৰ বাবে তেখেতে নিজেই সকলো দায়িত্ব লৈ Historical and Antiquarian studies নামৰ বিভাগটো খোলে। ডঃ ভূঞাদেৱৰ এই অৱদান আমি পাহৰা উচিত নহ'ব। তেখেতে বিভিন্ন অসমীয়া আৰু ইংৰাজী আলোচনীত বহুতো প্ৰবন্ধ প্ৰকাশ কৰে। পণ্ডিত হেমচন্দ্ৰ গোস্বামী, সোণাৰাম চৌধুৰী, সৰ্বেশ্বৰ বৰুৱা আদি ব্যক্তিৰ প্ৰবন্ধ বাঁহী, জোনাকী, আৱাহন আদি অসমীয়া আলোচনীৰ পাতে পাতে। হেমচন্দ্ৰ গোস্বামীয়ে বিশেষকৈ সাঁচিপাতৰ পুথি আৰু আহোম-কোচ যুগৰ শিলালিপি উদ্ধাৰৰ বাবে মনোনিৱেশ কৰিছিল। সেই চেষ্টাৰ ফলতেই পণ্ডিত গোস্বামীদেৱৰ-পৰা A Descriptive Catalogue of Assamese Manuscript নামৰ গ্ৰন্থখনি ওলায়। The Transcript copy of the Inscription of Assam নামৰ লিপিৰ সংকলন এটা যুগুত কৰে। অৱশ্যে এইটো কামৰূপ অনুসন্ধান সমিতিৰ হাতত অপ্ৰকাশিত অৱস্থাতেই আছে। সমিতিৰ গ্ৰন্থাগাৰত আৰু তিনিখন পুথি হাতেলিখা অৱস্থাতেই আছে—(১) অসম বুৰঞ্জী, (২) যোগিনীতন্ত্ৰৰ পদ আৰু (৩) কল্কিপুৰাণ (৩য় খণ্ড)। সমিতিৰ তৰফৰপৰা প্ৰকাশিত হেমচন্দ্ৰ গোস্বামী সম্পাদিত পুথি 'অসম বুৰঞ্জী'খন সদ্যহতে নতুনকৈ ছপাবলৈ দিয়া হৈছে। সমিতিৰ তৰফৰপৰা প্ৰকাশ কৰা আন এখন কিতাপ হ'ল ডঃ ভূঞা সম্পাদিত 'পাদশ্বাহ বুৰঞ্জী'। ৺উমাকান্ত গোস্বামীৰ ঘৰতো আমি এখন হাতেলিখা বুৰঞ্জীৰ পুথি দেখিছিলোঁ।

বৃটিছ চাহাব কেইগৰাকীমানেও এই কালৰ বুৰঞ্জী উদ্ধাৰৰ বাবে কম কাম কৰি থৈ যোৱা নাই। পিম্বাৰ্টন, ৱেড, মেকেঞ্জি, হেনি, ৱেল্চ, হেমিল্টন, মাৰ্টিন আদি ইংৰাজ চাহাবসকলৰ অসম সম্পৰ্কে লিখা বিৱৰণিবোৰলৈ আমি এতিয়া হাত নেমেলিলে আমি মধ্য যুগৰ অসমৰ ৰাজ-



নৈতিক ইতিহাস বা সামাজিক ব্যৱস্থাৰ ওপৰত গৱেষণাত আগবাঢ়িবলৈ উপায় নাই।

সম্প্ৰতি অসমৰ পুৰাতত্ত্ব আৰু বুৰঞ্জী বিষয়ত নতুন আবিষ্কাৰ কিছুমান হৈছে। ডঃ দানীৰ পিছতেই ডঃ তৰুণচন্দ্ৰ শৰ্মাদেৱে অসমৰ প্ৰাগ্-ঐতিহাসিক যুগৰ ওপৰত অধ্যয়ন কৰে আৰু অসমৰ নৱপ্ৰস্তৰ যুগৰ বহুতো নতুন তথ্য-পাতি উদ্ধাৰ কৰি Pre-history of Assam : a study on the neolithic culture of Assam নামৰ thesis লিখে ১৯৬৬ চনত। সম্প্ৰতি এই গ্ৰন্থখনি অপ্ৰকাশিত অৱস্থাতে আছে। এই গৱেষণাত তেখেতে কেইৰাটাও নৱপ্ৰস্তৰ যুগৰ স্থান গাৰোপাহাৰ আৰু মিকিৰ পাহাৰত চিনাক্ত কৰে আৰু তাত পোৱা সঁজুলিবোৰ যেনে, শিলৰ অস্ত্ৰ আৰু মাটিৰ ভামা পাত্ৰৰ টুকুৰা আদি বিশ্লেষণ কৰে। এইবোৰৰ-পৰা বুজা যায় যে অসমৰ নৱপ্ৰস্তৰ যুগৰ মিহি শিলৰ অস্ত্ৰবোৰ দক্ষিণ ভাৰতৰ নৱপ্ৰস্তৰ যুগৰ শিলৰ অস্ত্ৰৰ লগত মিল নাই। আনহাতে দক্ষিণ-পূব এচিয়াৰ দেশত প্ৰাপ্ত নৱপ্ৰস্তৰ যুগৰ শিলৰ অস্ত্ৰৰ লগত বেছি মিল দেখা যায়। প্ৰায় একে সময়তে ব্যৱহৃত একপ্ৰকাৰৰ শৈল অস্ত্ৰ জাভা, ব্ৰহ্মদেশ আদি দক্ষিণ-পূব এচিয়াৰ দেশৰপৰা অসম হৈ বিহাৰৰ চোটনাগপুৰ অঞ্চললৈ বিস্তৃত হৈ থকা পোৱা গৈছে। ডঃ শৰ্মাই ভাবে যে দক্ষিণ-পূব এচিয়াৰপৰা অসমলৈ আনকি চোটনাগপুৰ অঞ্চললৈ নৱপ্ৰস্তৰ যুগৰ মানুহ আহিছিল।

অসমত আদি প্ৰস্তৰ যুগৰ কোনো চিন পোৱা হোৱা নাছিল; কিন্তু অলপতে গাৰোপাহাৰত আবিষ্কৃত কিছুমান আদি প্ৰস্তৰ যুগৰ খহটা শিলৰ অস্ত্ৰই প্ৰমাণ কৰি দিলে যে এই অঞ্চলতো আদি প্ৰস্তৰ যুগত মানুহে বাস কৰিছিল। ডঃ হৰিশ্চন্দ্ৰ শৰ্মাই এই বিষয়ত গৱেষণা কৰি 'Pre-historic culture of Assam—a study on the stone Age culture of Assam' নামৰ thesis লিখে। সম্প্ৰতি এইখন গ্ৰন্থও অপ্ৰকাশিত অৱস্থাতেই আছে।

অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰাগ্-আহোম যুগৰ পুৰাতত্ত্বৰ বিষয়ে আমিও এটি সামান্যভাৱে অধ্যয়ন কৰিছিলোঁ। এই অধ্যয়নৰপৰা ক'ব পাৰি যে প্ৰাগ্-

আহোম যুগৰ ইতিহাস ৪ৰ্থ শতিকালৈহে মাত্ৰ ঠেলি নিব পাৰি। অৱশ্যে গেইট চাহাব, নগেন্দ্ৰনাথ বসু, পদ্মনাথ ভট্টাচাৰ্য, ডঃ বাণীকান্ত কাকতি, ড° বিৰিঞ্চিকুমাৰ বৰুৱা, ড° প্ৰতাপচন্দ্ৰ চৌধুৰী প্ৰমুখ্যে পণ্ডিতসকলে আগতেই এই মত পোষণ কৰিছে। গতিকে বুৰঞ্জী সম্বন্ধে ইয়াত আলোচনা কৰিব খোজা নাই; কিন্তু আমি জানি থোৱা উচিত যে বৰ্মণ বংশৰ প্ৰথম ৰজা পুষ্য বৰ্মণক সমুদ্ৰ গুপ্তৰ সময়লৈ থেলি নি ৪ৰ্থ শতিকালৈ নিলেও ৪ৰ্থ শতিকাৰ একো বস্তু বা পুষ্য বৰ্মণৰ কোনো লিপি আদি এতিয়ালৈকে আবিষ্কৃত হোৱা নাই। মাত্ৰ ভাস্কৰ বৰ্মণৰ নিধনপুৰৰ লিপিৰপৰাহে তেওঁৰ আগৰ ৰজাসকলৰ নাম পাই প্ৰত্যেক ৰজাৰে ৰাজত্বকাল আনুমানিক-ভাৱে ধৰি পুষ্য বৰ্মণক সমুদ্ৰগুপ্তৰ সময়ত পেলোৱা হৈছে। কিন্তু দুখৰ বিষয় এই লিপিত ভাস্কৰ বৰ্মণৰ সময়বো কোনো উল্লেখ নাই। সেয়ে ভাস্কৰ বৰ্মণক ঐতিহাসিক ঘটনাৱলীৰ দৃষ্টিকোণৰপৰা চাই উত্তৰ ভাৰতৰ প্ৰতাপী ৰজা হৰ্ষবৰ্ধনৰ সমসাময়িক হিচাপে ধৰা হৈছে। এইজন ৰজাৰ ডুবিত প্ৰাপ্ত হোৱা লিপিখনো তাৎপৰ্যপূৰ্ণ—কিন্তু এইখনতো ছন বা তাৰিখ একো উল্লেখ নাই—কেৱল ৰাজত্ব বৰ্ষবহে উল্লেখ আছে। আন আন ৰজাসকলৰো কেবাখনো লিপি পোৱা গৈছে আৰু সেইবোৰৰ পাঠ উদ্ধাৰো হৈ গৈছে; কিন্তু কোনো এখন লিপিতে ছন-তাৰিখৰ উল্লেখ নাই বাবে কেৱল ৰাজত্ববৰ্ষদ্বাৰা ৰজা-সকলৰ প্ৰকৃত সময় নিৰূপণ কৰাটো টান হৈ পৰিছে। লিপিৰ ভিতৰত কামাখ্যাৰ ওচৰত থকা উমাচল শিলালিপিয়েই প্ৰাচীনতম হ'ব। ইয়াৰ সময় ৫ম শতিকা হ'ব বুলি ডঃ দীনেশচন্দ্ৰ সৰকাৰদেৱে কৈছে। বৰগংগা লিপিৰ সময় ২৩৪ গুপ্তাব্দ অৰ্থাৎ ৫৫৩-৫৫৪ খৃঃ, হৰ্জৰ বৰ্মণৰ তেজপুৰৰ লিপিৰ সময় ৫১০ গুপ্তাব্দ অৰ্থাৎ ৮২৯-৮৩০ খৃঃ। গছতল লিপিৰ সময় ১১৭৯ শকাব্দ অৰ্থাৎ ১১২৭ খৃঃ। বল্লভদেৱৰ অসম লিপিৰ সময় ১১০৭ শক অৰ্থাৎ ১১৮৪-১১৮৫ খৃঃ আৰু কানাই বৰশী শিলালিপিৰ সময় ১১২৭ শক অৰ্থাৎ ১২০৬ খৃ:। শিলালিপি এখনত বাদে আটাইকেইখনতেই ছনৰ উল্লেখ আছে; কিন্তু শিলালিপিবোৰ তাম্ৰলিপিৰ দৰে দীঘল নহয়। গতিকে তাম্ৰলিপি-বোৰত যদি ছন-তাৰিখ উল্লেখ থাকিলহেঁতেন তেতিয়া হলে এইবোৰৰ গুৰুত্ব আৰু বাঢ়িলহেঁতেন। এতিয়ালৈকে নালন্দাত পোৱা ভাস্কৰ বৰ্মণৰ পোৰা মাটিৰ মোহৰকে ধৰি অসমৰ প্ৰাগ্-আহোম যুগৰ লিপিৰ সংখ্যা প্ৰায় ২৮ হ'ব।

লিপিবোৰ বিশ্লেষণ কৰিলে দেখা যায় গুপ্তাব্দ ৮২৯/৮৩০ খৃষ্টাব্দৰ পিছৰপৰা



অসমত প্ৰচলন নোহোৱা হৈ যায়। তাৰ পিছত শকাব্দৰ প্ৰচলন হ'বলৈ ধৰে আৰু শকাব্দ অসমত প্ৰচলন হয় ১১০৭ খৃষ্টাব্দৰপৰা। ইয়াৰপৰা বুজা যায় যে গুপ্ত সাম্ৰাজ্য পতনৰ পিছত লাহে লাহে গুপ্তাব্দৰো প্ৰচলন বন্ধ হৈ যায়; কিন্তু কিবা এটা অব্দ ব্যৱহাৰৰ প্ৰয়োজন অনুভৱ কৰি সেই সময়ত শকাব্দই ওচৰ-চুবুৰীয়া ৰাজ্যবোৰত প্ৰয়োজনীয়তা লাভ কৰা হেতু কামৰূপৰ ৰজাসকলে এই অব্দটোকেই ব্যৱহাৰ কৰিবলৈ ল'লে। ড° সূৰ্যকুমাৰ ভূঞা সম্পাদিত কামৰূপৰ বুৰঞ্জীত কামৰূপী অব্দ এটাৰ কথা উল্লেখ কৰা হৈছে; কিন্তু কামৰূপৰ কোনো লিপিতেই এই সম্বন্ধে কোনো আভাস পোৱা নাযায়।

লিপিবোৰৰ ভাষা আছিল সংস্কৃত আৰু আখৰবোৰ পূৰ্ব ভাৰতীয় বা কুটিল লিপি বা আদি নাগৰি লিপি। সেই সময়ৰ পূৰ্বভাৰতীয় লিপি যে কুটিল আকৃতিৰ ব্ৰাহ্মী লিপিৰপৰা বিকাশ হোৱা তাক আমাৰ তাম্ৰলিপি আৰু শিলালিপিয়ে বুজায়। এই সম্বন্ধে অলপতে ড° বৰ্মাই এলানি মূল্যবান বক্তৃতা দি গৈছে। গতিকে মই এই বিষয়ত ক'বলৈ নাযাওঁ আৰু এই বিষয়ত মোৰ কোনো পাৰদৰ্শিতাও নাই।

প্ৰাগ্-আহোম যুগৰ মুদ্ৰাৰ বিশেষ আমি আভাস নাপাওঁ; কিন্তু ১২ শতিকাৰ ৰজা জয়পালৰ সময়ৰ শিলিমপুৰ লিপিত এইটো উল্লেখ আছে যে ৰজা জয়পালে নিজে প্ৰহাসনাথৰ ব্ৰাহ্মণ পণ্ডিত এজনক নিজৰ দেহৰ ওজনৰ সমান ওজনৰ সোণ আৰু তাৰ উপৰিও ৯০০ সোণৰ মোহৰ দিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। আনহাতে দুবছৰমানৰ আগতে গোৱালপাৰা চহৰৰ পশ্চিমফালে ব্ৰহ্মপুত্ৰৰ পাৰত পাগলাটেক নামে ঠাই এখনত কিছুমান সোণৰ মোহৰ ওলাইছিল। তাৰে ১৪ টা সংগ্ৰহ কৰি ৰাজ্যিক সংগ্ৰহালয়লৈ অনা হৈছে। এইবোৰ মুদ্ৰা গুপ্তৰজাসকলৰ অনুকৰণত কৰা। ইয়াত কোনো আখৰ থকা যেন লাগে; কিন্তু খুব অস্পষ্ট। অনুমান কৰা যায় ৭।৮ম শতিকাৰ কামৰূপৰ কোনো ৰজাৰেই এই মোহৰ হ'ব। গুপ্ত সাম্ৰাজ্য শেষৰ ফালে ৰজাসকল দুৰ্বল হোৱা বাবে বহু অঞ্চল গুপ্ত ৰাজ্যৰপৰা ওলাই গৈ নিজ নিজ ৰজাৰ ৰাজ্য হৈ পৰিল—এই ৰজাসকলে পিছত গুপ্ত মুদ্ৰাৰে অনুকৰণত কিছুমান মুদ্ৰা কৰোৱাইছিল। ত্ৰিপুৰা আৰু বংগ দেশতো এনেকুৱা ধৰণৰ মুদ্ৰা পোৱা হৈছে।

দুখৰ বিষয় এই যে আহোম যুগৰ আগৰ এটিও মন্দিৰ থিয়হৈ থকা অৱস্থাত নাই। সকলোবোৰ ভূমিকম্পত বাগৰি পৰি একো একোটা দ'ম হৈ আছে। অসমৰ মঠ-মন্দিৰ বেছিভাগেই ভূমিকম্পত ভাগিছে, আনহাতে অসমৰ জলবায়ুৱেও মঠ-মন্দিৰৰ যথেষ্ট ক্ষতি কৰিছে। প্ৰাগ্-আহোম যুগৰ কেবাখনো লিপিৰপৰা আমি ইংগিত পাওঁ যে সেই সময়ত ৰাজ-প্ৰাসাদ আৰু মন্দিৰ নিৰ্মাণ কৰা হৈছিল; কিন্তু সেইবোৰ কালৰ সোঁতত নিচিহ্ন হৈ গৈছে। অলপতে শ্ৰীচন্দ্ৰধৰ ত্ৰিপাঠীদেৱৰ উত্তৰ লক্ষীমপুৰৰ ওচৰত এটি মন্দিৰ দৃষ্টিগোচৰ হৈছে আৰু Journal of the Assam Research Society ত এই বিষয়ে এটা প্ৰবন্ধ লিখি কৈছে যে সেইটো প্ৰাগ্-আহোম যুগৰ চুটিয়া ৰজাৰ দিনৰ মন্দিৰ। যি হওক দ'ম হৈ থকা মন্দিৰৰ শিলবোৰৰপৰা অনুমান কৰিব পাৰি যে বেছিভাগ মন্দিৰেই ৯৷১০ বা ১১ শ শতিকাৰ আছিল।

ভগ্নাৱশেষবোৰ পৰীক্ষা কৰি দেখা গৈছে যে তেজপুৰৰ ওচৰৰ দ পৰ্বতীয়াৰ মন্দিৰটোৱেই অসমত আটাইতকৈ প্ৰাচীন কীৰ্তিচিহ্ন। সময়ৰ ফালৰপৰা এই ভগ্ন মন্দিৰটো ৬ষ্ঠ শতিকাৰ শেষৰ ফালৰ হ'ব। এইটো শিৱ মন্দিৰ আছিল বুলি অনুমান কৰা যায়। সদ্যহতে মন্দিৰৰ গৰ্ভগৃহৰ মুখৰদ্বাৰ-খনহে মাত্ৰ থিয় হৈ থকা অৱস্থাত আছে। ইয়াৰ ভেঁটিটোৱো চিনিবপৰা অৱস্থাতেই আছে। The Bulletin of the Assam State Museum Vo II ত শ্ৰীপ্ৰদীপচন্দ্ৰ শৰ্মাই অলপতে দ পৰ্বতীয়াৰ মন্দিৰটোৰ সময় নিৰূপণৰ ওপৰত এটি সাৰুৱা প্ৰবন্ধ লিখে আৰু তাত তেওঁ কয় যে এই মন্দিৰটো ভাৰতত ইটাৰে সজা ( গুপ্তযুগৰ ) আটাইতকৈ প্ৰাচীন মন্দিৰ আৰু ইয়াৰ সময় ৫ম শতিকা হ'ব; কিন্তু এই বিষয়ত আমি এক মত হ'ব নোখোজোঁ। আমাৰ বিবেচনা মতে এই মন্দিৰটো ৬ষ্ঠ শতিকাৰ হোৱাৰ লক্ষণ আছে আৰু গুপ্ত সাম্ৰাজ্যতে নতুন আৰ্হিত ইটাৰ মন্দিৰ সাজিবলৈ এৰি গুপ্ত শিল্পীয়ে সুদূৰ কামৰূপত নতুন ধৰণৰ মন্দিৰ সাজিবলৈ আহিব ই আমাৰ মনে নধৰে। গুপ্ত যুগৰ ভিতৰ-গাঁৱৰ মন্দিৰটোৱেই প্ৰথম ইটাৰ মন্দিৰ। এই বিষয়ত আমাৰ উক্ত আলোচনীত প্ৰকাশ হ'বলগীয়া এটা প্ৰবন্ধত যুক্তিবোৰ দাঙিধৰা হৈছে। বিভিন্ন ঠাইৰ মন্দিৰৰ ভগ্নাৱশেষবোৰ আলোচনা কৰিবলৈ ইয়াত সম্ভৱ নহ'ব। গতিকে সেই সময়ৰ স্থাপত্যৰ বিষয়ে ইয়াতেই শেষ কৰি ভাস্কৰ্য সম্বন্ধে দুই-এটা কথা ক'ব খুজিছোঁ।



ভাস্কৰ্য বোলোঁতে আমি দুটা বস্তুক বুজাইছোঁ। এটা হ'ল দেৱ-দেৱীৰ মূৰ্তি, আনটো দেৱ-দেৱীৰ বাহিৰে আন মানুহ, জন্তু বা গছ-গছনি আদিৰ চানেকি। আগৰটো ধৰ্মীয় ভাস্কৰ্য আৰু পাছৰটো ধৰ্মবিহীন secular ভাস্কৰ্য বুলিব পাৰি। প্ৰাগ্-আহোম যুগৰ দেৱ-দেৱীৰ মূৰ্তিৰ ভিতৰত বিষ্ণু, গণেশ, সূৰ্য, উমা-মহেশ্বৰ, হৰিহৰ, সৰস্বতী, গজলক্ষ্মী, বেণুগোপাল, মনসা, ব্ৰহ্মা, ইন্দ্ৰ, কুবেৰ, অগ্নি, গংগা, যমুনা আদিয়েই প্ৰধান। কেইটামান বুদ্ধৰ মূৰ্তিও পোৱা গৈছে। শিৱ-লিংগ অসমৰ য'তে-ত'তে সিঁচৰিত হৈ পৰি আছে। গণেশৰ মূৰ্তিৰ সংখ্যা আটাইতকৈ বেছি হ'ব— তাৰ তলতেই সংখ্যাৰ ফালৰপৰা বিষ্ণুমূৰ্তি। অসমত এতিয়ালৈকে আৱিষ্কৃত মূৰ্তিৰ ভিতৰত দ পৰ্বতীয়াৰ ভগ্ন শিৱমন্দিৰৰ দ্বাৰখনৰ গংগা-যমুনাৰ মূৰ্তি আৰু বৰগংগাৰ দ্বাৰপালৰ মূৰ্তিটোৱেই প্ৰাচীন হ'ব। এই-বোৰৰ সময় ৬ষ্ঠ শতিকা বুলি ভাস্কৰ্যৰ আৰ্হিৰপৰা অনুমান কৰিব পাৰি। দ পৰ্বতীয়াৰ দ্বাৰৰ আটক-ধুনীয়াকৈ খোদিত কৰা সৰু সৰু মূৰ্তি আৰু গংগা-যমুনাৰ ডাঙৰ মূৰ্তি দুটা সঁচাকৈ অসমৰ ঐতিহ্যৰ এক অপূৰ্ব নিদৰ্শন। এনেকুৱা সুৰুচিপূৰ্ণ ধুনীয়া গংগা আৰু যমুনাৰ মূৰ্তি ভাৰতত বিৰল। ৰাজ্যিক সংগ্ৰহালয়ত তিনিটা আটকধুনীয়া মূৰ্তি সংৰক্ষণ কৰা হৈছে। ইয়াৰ বিষ্ণুমূৰ্তি এটা নগাঁও জিলাৰ বুঢ়া-বুঢ়ীৰপৰা অনা, আনটো বিষ্ণুমূৰ্তি বৰপেটাৰপৰা সংগ্ৰহ কৰা। অন্য মূৰ্তিটো সূৰ্যদেৱতাৰ। এইটো দৰকাৰপৰা সংগ্ৰহ কৰা। এই তিনিওটা মূৰ্তিয়েই একে আৰ্হিত কটা আৰু ইয়াৰ সময় ১২ শ শতিকা হ'ব। গোলাঘাটৰ ওচৰৰ দেওপানী মন্দিৰৰ ওচৰত পোৱা মূৰ্তিৰ আৰ্হি আকৌ অলপ বেলেগ ধৰণৰ; মূৰ্তিৰ শৰীৰৰ, আন অংশ গুপ্ত আৰ্হিৰ; কিন্তু মুখাকৃতিত মংগোলীয় বা জনজাতীয় ছবি এখন দেখা যায়। এই মূৰ্তিৰ সময় ৪ৰ্থ শতিকা। গতিকে বুজা যায় যে দেওপানী অঞ্চলত সেই সময়তো মংগোলীয়গোষ্ঠিৰ বা জন-জাতীয় মানুহ বাস কৰিছিল। প্ৰাগ্-আহোম যুগৰ সময়ৰ দুটামান পোৱা মাটিৰ সৰু বুদ্ধ মূৰ্তি পোৱা গৈছে আৰু কেইটামান বুদ্ধ বুলি চিনাক্ত কৰিব নোৱাৰিলেও তেনেকুৱা আৰ্হিৰেই মূৰ্তি দেখা গৈছে; কিন্তু ইয়াৰ-পৰা আমি ক'ব নোৱাৰো যে বুদ্ধ ধৰ্মৰ অসমত বহুল প্ৰচলন আছিল। কোনো এখন প্ৰাগ্-আহোম যুগৰ লিপিতেই কামৰূপত বুদ্ধধৰ্ম প্ৰচলনৰ আমি ইংগিত নাপাওঁ। আনহাতে হিন্দু ধৰ্মৰ প্ৰচলনৰহে প্ৰমাণ পাওঁ। হিউৱেনচাঙে কুমাৰ ভাস্কৰ বৰ্মাৰ দিনত অসমলৈ আহি লিখা বিৱৰণিত

দেৱ-মন্দিৰৰ কথা আৰু হিন্দুধৰ্মৰ কথাহে উল্লেখ কৰিছে। অৱশ্যে এইটো স্বাভাৱিক যে কাৰণে বংগদেশৰ পাল ৰাজত্বৰ সময়ত বৌদ্ধ ধৰ্মৰ কিছু প্ৰভাৱ অসমত পৰিছিল। অলপতে আমবাৰীত আৱিষ্কৃত হোৱা ভাস্কৰ্যসমূহৰ কথা সকলোৱে জানে। আমবাৰীত ৪০ টাৰো অধিক ভাস্কৰ্য আৱিষ্কাৰ হয়। বিষ্ণু মূৰ্তি, গংগা আৰু যমুনাৰ মূৰ্তি, সূৰ্য মূৰ্তি, ঋষি-মুনিৰ মূৰ্তি আদি উল্লেখযোগ্য। বৃহত্তাকৃতিৰ নটৰাজ মূৰ্তিটো বেচ তাৎপৰ্য-পূৰ্ণ। এই মূৰ্তিবোৰৰ সৰু আকৃতিৰ মূৰ্তিবোৰ প্ৰায় ১০ম শতিকাৰ যেন লাগে আৰু বৃহত্তাকৃতিৰ মূৰ্তিবোৰ প্ৰায় ১৩।১৪ শতিকাৰ যেনেই লাগে। এইবোৰ ১৩।১৪ শতিকাৰ হ'লেও কিন্তু প্ৰাগ্-আহোম যুগৰ ভাস্কৰ্যৰ চানেকিতে গঢ়া। গতিকে বুজা যায় যে অসমত পাল ৰাজত্ব শেষ হোৱাৰ লগে লগে অসমৰ প্ৰাগ্-আহোম যুগৰ ৰাজত্ব শেষ হয়; কিন্তু প্ৰাগ্-আহোম যুগৰ ভাস্কৰ্যৰ আৰ্হি আহোমৰ যুগৰ আদিভাগতো কিছু বছৰলৈ জনপ্ৰিয় হৈ থাকে। আমবাৰীত সম্ভৱতঃ এই মূৰ্তিবোৰ তৈয়াৰ কৰিছিল অথবা বেলেগত খোদিত কৰি ইয়ালৈ নাৱেৰে আনিছিল আৰু ইয়াৰপৰা অসমৰ বিভিন্ন ঠাইলৈ পঠোৱা হৈছিল। সেই সময়ত এতিয়াৰ দীঘলী পুখুৰীটো ব্ৰহ্মপুত্ৰৰ এটি সুঁতিৰ নিচিনা আছিল আৰু গুৱাহাটী ৰিহাবাৰী অঞ্চল বা তাৰ আগলৈকে ব্ৰহ্মপুত্ৰৰ পানী সোমাব পাৰিছিল। আমবাৰী খননকাৰ্য সম্পূৰ্ণ হ'লে এই সম্পদৰাজিৰ প্ৰকৃত পৰিচয় ভালকৈ পোৱা যাব। আমবাৰীত পোৱা লিপিৰ পাঠ উদ্ধাৰ কৰি ড° চৌধুৰীদেৱে কয় যে তাত এখন সত্ৰ আছিল আৰু ইয়াৰ সময় ১৩ শতিকা। ঠিক আমবাৰীৰ মূৰ্তিৰ দৰে গুৱাহাটীৰ কাহিলীপাৰাতো সৰু সৰু কেতবোৰ মূৰ্তি একেলগে পোৱা গৈছে।

ধৰ্মবিহীন ভাস্কৰ্যৰ বিষয়ে ক'বলৈ গ'লে পিংগলেশ্বৰ, মদন কামদেৱ পৰ্বত, নুমলী-গড়, তেজপুৰ আদি ঠাইৰ ভাস্কৰ্যৰ নাম ল'বই লাগিব। কিছু বছৰৰ আগতে বৰ্তমান পিংগলেশ্বৰ মন্দিৰৰ গৰ্ভগৃহটো নিৰ্মাণৰ বাবে খনন কৰোঁতে বহুতো শিলত কটা ভাস্কৰ্য ওলায়। এইবোৰ সদ্যহতে তাতেই সংৰক্ষণ কৰি ৰখা হৈছে। ইয়াৰ বেছিভাগেই মিথুন মূৰ্তি বেলেগ বেলেগ দৃশ্যত বিভিন্ন ভংগিমাত কামৰত অৱস্থাত দেখুৱা হৈছে। এইবোৰ মূৰ্তি মধ্য প্ৰদেশৰ খাজুৰাহো আৰু উৰিষ্যাৰ কোণাৰকৰ লগত তুলনা কৰিব পাৰি; কিন্তু আমাৰ মূৰ্তিবোৰ সময়ৰ ফালৰপৰা কোণাৰকৰ মূৰ্তিতকৈ আগৰ।



মদনকামদেৱ পৰ্বতৰ ভগ্নাৱশেষতো এনেকুৱা ধৰণৰ মূৰ্তি দেখা যায়। নুমলীগড় আৰু ইয়াৰ ওচৰৰে দেও পৰ্বতত মন্দিৰৰ ভগ্নাৱশেষ আছে। নুমলীগড়ৰপৰা সংগ্ৰহকৰা দুটা দীঘল খোদিত কৰা শিল-সম্প্ৰতি ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। এই শিলত হাঁহিমুখৰ অপ্সৰা কিছুমান এনেভাৱে খোদিত কৰা হৈছে যে যিয়ে দেখে তেওঁ এবাৰ এষাৰ ভাল মন্তব্য নিদিয়াকৈ যাব নোৱাৰে। এই ভাস্কৰ্য আমাৰ প্ৰাচীন শিল্পীৰ অমৰ নিদৰ্শন। ইয়াৰ সময় প্ৰায় ১০ম/১২শ শতিকা হ'ব। এনেভাৱে অসমৰ ইমূৰৰপৰা সিমূৰলৈ নানা ঠাইত শিলত কটা ভাস্কৰ্য দেখিবলৈ পোৱা যায়। এইবোৰ বিশ্লেষণ কৰি চালে দেখা যায় অসমৰ প্ৰাগ্-আহোম যুগৰ শিল্প ভাস্কৰ্য পূৰ্বভাৰতীয় আৰ্হিতেই গঢ়া বুলি ক'ব লাগিব আৰু আমাৰ শিল্প সম্পদৰাজিৰ বংগ, বিহাৰ আৰু উৰিষ্যাৰ শিল্পৰাজিৰ লগত বেচ মিল দেখা যায়। ইয়াৰ উপৰিও কেতিয়াবা আমাৰ শিল্পত দক্ষিণ-পূব এচিয়াৰ শিল্পৰ অনুকৰণ দেখা যায়। হিন্দু মূৰ্তি-বিদ্যাৰ ওপৰত যথেষ্ট পাণ্ডিত্য থকা গৱেষক গুপীনাথ ৰাও আৰু জে-এন বেনাৰ্জীদেৱেও অসমৰ শিল্পৰাজি পূৰ্বভাৰতীয় শৈলীতে গঢ়া বুলি কৈ গৈছে। দুখৰ বিষয় ড° ৰখাল দাস বেনাৰ্জীয়ে Medieaval of School of Eastern Indian Sculpture নামৰ গ্ৰন্থত অসমৰ এটা ভাস্কৰ্যও বৰ্ণনা নকৰিলে।

ডঃ নিশিপদ চৌধুৰীয়েও 'Archaeology of the Central Assam from the Pre-historic period upto 12 th cent. A. D. বিষয়ত গৱেষণা কৰিছে। তেখেতে বিশেষকৈ নগাঁও, মিকিৰ পাহাৰ, উত্তৰ কাছাৰ জিলা আৰু কামৰূপ জিলাৰ সামগ্ৰীৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। আমি জনাত পুণাত শ্ৰী দ্বীপেন বৰাই অসমৰ লিপিবোৰকে ধৰি উত্তৰ ভাৰতৰ লিপিৰ কোনো এটা দিশত অধ্যয়ন চলাই আছে আৰু শ্ৰী শংকৰ ৰায়ে অসমৰ মৃন্ময় শিল্পৰ ওপৰত গৱেষণা চলাই আছে। তেখেতৰ আমবাৰীত অ'ত-ত'ত পোৱা মাটিৰ পাত্ৰৰ খোলাৰ আৰ্হি—দক্ষিণ-পূব এচিয়াৰ দেশৰ প্ৰাচীন মৃন্ময় শিল্পৰ আৰ্হিৰ লগত সম্বন্ধ দেখা পাইছে।

প্ৰাগ্-আহোম যুগৰ প্ৰাচীন সম্পদৰাজিৰদৰে আহোম বা কোচ ৰাজত্বৰ সময়ৰ সম্পদৰাজিকো, লিপি, মুদ্ৰা, ভাস্কৰ্য আৰু স্থাপত্য আদি ভাগত ভগাব পাৰি। আহোম যুগৰ আটাইতকৈ পুৰণি লিপি কানাইবৰশী লিপি।

ইয়াৰ সময় ১২০৬ খৃঃ। যদিও আমি প্ৰাগ্-আহোম লিপিৰ লগতেই এই লিপিৰ কথা কৈছোঁ তথাপি সময়ৰ ফালৰপৰা চাবলৈ গ'লে এই লিপি পাল ৰাজত্বৰ পাছৰ। আমি আগতেই উল্লেখ কৰিছোঁ যে পণ্ডিত হেমচন্দ্ৰ গোস্বামী প্ৰমুখ্যে কেইগৰাকীমান পণ্ডিতে এই যুগৰ বহু লিপিৰ পাঠ উদ্ধাৰ কৰি কামৰূপ অনুসন্ধান সমিতিৰ গ্ৰন্থাগাৰত ৰাখিছিল। ড° মহেশ্বৰ নেওগে অলপতে অশেষ কষ্ট কৰি আহোম যুগৰ প্ৰায়বোৰ লিপি অধ্যয়ন কৰি প্ৰাচ্য শাসনাৱলী নামৰ গ্ৰন্থখনি অসম প্ৰকাশন পৰিষদৰ যোগেদি উলিয়াই মহৎকাম কৰিলে। আহোম যুগৰ মুদ্ৰা আমি চুক্লেংমুঙৰ (১৫৩৯—১৫৫২ খৃঃ) দিনৰপৰা পাওঁ। অৱশ্যে চুডাংফা ওৰফে বামুণী কোঁৱৰে (১৩৯৭—১৪০৭ খৃঃ) ৰাজপাট আৰোহণ কৰোঁতে মোহৰ মৰোৱাইছিল বুলি আমি বুৰঞ্জীত পাওঁ। স্থাপত্যৰ বিষয়ে উল্লেখ কৰিবলৈ গ'লে আমি ক'ব লাগিব যে প্ৰায়বোৰ আহোম বা কোচ মন্দিৰ প্ৰাগ্-আহোম যুগৰ মন্দিৰৰ ভগ্নাৱশেষৰ ওপৰত সজা। মন্দিৰবোৰৰ শৈলী বংগদেশৰ শেষ মধ্যযুগত মুছলমান ৰাজত্বৰ সময়ত নিৰ্মাণ কৰা মন্দিৰবোৰৰ লগত আমাৰ মন্দিৰৰ ওপৰৰ অংশৰ কিছু মিল আছে। ৰংঘৰ, কাৰেংঘৰৰ আৰ্হি সম্পূৰ্ণ বেলেগ ধৰণৰ। ৰংঘৰৰ আৰ্হিটো ড° আৰ, দাসগুপ্তৰ 'Eastern Indian Manuscript painting' নামৰ কিতাপত প্ৰকাশ কৰা ব্ৰহ্মদেশৰপৰা অনা এখন সাঁচিপাতৰ পুথিত থকা চিত্ৰৰ লগত মিল দেখা যায়। অসমৰ স্থাপত্য বিষয়ত সম্প্ৰতি শ্ৰীপ্ৰদীপচন্দ্ৰ শৰ্মাই এটি গৱেষণা চলাই আছে। আহোম বা কোচ ৰাজত্বৰ সময়ৰ ভাস্কৰ্যত প্ৰাগ্-আহোম যুগৰ চানেকি নাই বুলি ক'ব লাগিব; কিন্তু মন্দিৰবোৰৰ গাত অসংখ্য মূৰ্তি শিলত কাটি লগাই থোৱা দেখা যায়। এই যুগত আমি প্ৰায় ১৬ শতিকামানৰপৰাহে ভাস্কৰ্য অংকণ কৰা দেখা পাওঁ। শ্ৰীগুণীন্দ্ৰনাথ ভূঞাদেৱে এই বিষয়ত এটি গৱেষণা কৰি আছে। সাঁচিপাতৰ ছবিৰ ওপৰত ড° আৰ, দাসগুপ্তদেৱে তেখেতৰ ওপৰত উল্লিখিত কিতাপখনত এটি আলোচনা কৰিছে। তেখেতে অসমৰ বিভিন্ন ঠাইত পোৱা সাঁচিপাতৰ চিত্ৰ থকা পুথিবোৰ সাতোটা শৈলীত ভাগ কৰিছে। ইয়াত আমি একমত হ'ব নোৱাৰোঁ। কাৰণ একোটা শৈলীৰ ভিতৰতে স্থানীয় বিভিন্নতা থাকিব পাৰে—সামান্য বিভিন্নতা পৰিলক্ষিত হ'লেই যে আন এটা বেলেগ শৈলী হ'ব তাৰ কোনো অৰ্থ নাই। এই বিষয়ত এটা ভাল অধ্যয়নৰ দৰ্কাৰ। অৱশ্যে অসম প্ৰকাশন পৰিষদে



সচিত্ৰ পুথিবোৰ ছপাবলৈ লৈ এটা মহৎ কাৰ্যত আগ বাঢ়িছে।

সম্প্ৰতি পুৰাতত্ত্ব আৰু বুৰঞ্জী অধ্যয়নৰ প্ৰতি ৰাইজৰ আৰু ছাত্ৰসকলৰ অলপ আগ্ৰহ দেখি আমি সুখ পাইছোঁ। তথাপি যেনেকুৱাভাৱে আগ্ৰহান্বিত হ'ব লাগিছিল তেনেকুৱাভাৱে হোৱা নাই। ইয়াৰ বহুতো কাৰণ আছে। সম্প্ৰতি ৰাজ্য চৰকাৰে পুৰাতত্ত্ব আৰু ৰাজ্যিক সংগ্ৰহালয় বিভাগটো টনকিয়াল কৰি প্ৰত্যেক জিলাতেই একোটা সংগ্ৰহালয় পাতিবলৈ আৰু পুৰাতাত্ত্বিক খনন, মঠ-মন্দিৰ ভালদৰে সংৰক্ষণ আৰু পুৰাতাত্ত্বিক জৰীপ কৰিবলৈ দিয়া পৰামৰ্শ বিবেচনা কৰি আছে। অসমৰ প্ৰতিখন জিলাতেই পুৰাতাত্ত্বিক সম্পদ সংগ্ৰহ কাৰ্যৰ বাবে জোৰ দিয়া হৈছে। মঠ-মন্দিৰ সংৰক্ষণ আদি কামত পৰামৰ্শ দিবলৈ এখন Archaeological Advisory Committee আৰু সংগ্ৰহালয়ৰ কামত পৰামৰ্শ আগবঢ়াবৰ বাবে Museum Advisory Committee এখন কৰি দিছে। ৰাজ্যিক পুৰাতত্ত্ব আৰু বুৰঞ্জী বিভাগতো এনেকুৱা এখন বৰ্ড কৰি দিছে। কেন্দ্ৰীয় পুৰাতত্ত্ব বিভাগৰ পৰামৰ্শমতে স্কুল-কলেজত প্ৰত্যেক ৰাজ্যৰেই প্ৰাচীন সম্পদৰাজিৰ ৰক্ষণাবেক্ষণ দিয়াত চৰকাৰক সহায় কৰিবলৈ ছাত্ৰ-ছাত্ৰী, শিক্ষক আৰু ৰাইজৰো যে সহায়ৰ প্ৰয়োজন তাক ব্যাখ্যা কৰিবলৈ পুৰাতাত্ত্বিক সম্পদৰ চিত্ৰ প্ৰদৰ্শনীৰ আয়োজন কৰা হৈছে। অসম ৰাজ্যিক সংগ্ৰহালয়ৰ আলোচনীখনৰ তৃয় সংখ্যাটো যোৱা মাহত কলিকতাত আন্তৰ্জাতিক সংগ্ৰহালয় আলোচনা-চক্ৰত বিদেশী সংগ্ৰহালয়-সমূহৰ গৱেষকসকলৰ প্ৰবন্ধৰে 'বিশেষ সংখ্যা' হিচাপে উলিয়াবলৈ মনস্থ কৰা হৈছে। উক্ত অনুষ্ঠানত ভাৰতৰ পুৰাতত্ত্ব জৰীপ বিভাগৰ সঞ্চালকক অসম ভ্ৰমণ কৰিবলৈ আৰু সংগ্ৰহালয়ত এটি ভাষণ দিবলৈও আমন্ত্ৰণ আমি কৰিছোঁ। তেখেতে অহা মাহত এই উদ্দেশ্যেৰে অসমলৈ অহাৰ কথা।

সম্প্ৰতি প্ৰকাশন পৰিষদে অসমৰ পুৰাতত্ত্বৰ বিষয়ত আৰু এখন বৃহৎ ইতিহাস লিখা কাম হাতত লোৱাটো বৰ সুখৰ কথা; কিন্তু পুৰাতাত্ত্বিক খনন কৰি নতুন তথ্য আৱিষ্কাৰ কৰিব নোৱাৰিলে তাত নতুনত্ব বিশেষ একো নাথাকিব। গতিকে আমি খননকাৰ্যত জোৰ দিব লাগে। আমবাৰীৰ খননকাৰ্য ৰাজ্যিক পুৰাতত্ত্ব বিভাগে কৰিব পাৰিলে বিভাগৰ সম্মান তথা চৰকাৰৰ সম্মান বাঢ়িব।

সংৰক্ষিত স্মৃতিচিহ্নসমূহ ঃ কেন্দ্ৰৰদ্বাৰা সংৰক্ষিত স্মৃতিচিহ্নসমূহ ঃ

১। শিৱসাগৰ জিলা … … … মুঠ ১৬ টা
২। মিকিৰ পাহাৰ আৰু
উত্তৰ কাছাৰ … … … মুঠ ২ টা
৩। কামৰূপ জিলা … … … মুঠ ৫ টা
৪। গোৱালপাৰা জিলা … … মুঠ ২ টা
৫। দৰং জিলা … … … … মুঠ ৪ টা
৬। কাছাৰ জিলা … … … মুঠ ৯ টা
মুঠ ৩৮ টা

ৰাজ্যিক পুৰাতত্ত্ব বিভাগৰদ্বাৰা সংৰক্ষিত
মুঠ … ৩৯ টা

১। শিৱসাগৰ পুখুৰী, গৌৰীসাগৰৰ পুখুৰী আৰু জয়সাগৰৰ পুখুৰীৰ পাৰত থকা মন্দিৰসমূহ, কেন্দ্ৰীয় পুৰাতাত্ত্বিক জৰীপ বিভাগৰদ্বাৰা সংৰক্ষিত।

২। ইয়াৰ বাদেও ৰংপুৰৰ তলাতলঘৰ, গোলাঘৰ আৰু ৰংঘৰ, গড়গাঁৱৰ কাৰেং ঘৰ আৰু জয়সাগৰৰ পাৰত থকা ঘনশ্যামৰ ঘৰ উক্ত বিভাগৰ দ্বাৰা সংৰক্ষিত।

৩। ৰংপুৰত থকা ৰংগনাথ দ'ল, হৰ-গৌৰী দ'ল, মেটেকাত থকা বগী দ'ল, বৰপাত্ৰত থকা বৰপাত্ৰ দ'ল আৰু জগদ্ধাত্ৰী দ'ল, নামনিত থকা বিষ্ণু আৰু শিৱ দ'ল, হাওৰা দ'ল আৰু গেলেকীৰ পিয়লি ফুকনৰ দ'ল-ৰাজ্যিক পুৰাতত্ত্ব বিভাগৰদ্বাৰা সংৰক্ষিত।

৪। যোৰহাটত থকা বাহাদুৰ গাওঁবুঢ়াৰ কবৰো ৰাজ্যিক পুৰাতত্ত্ব বিভাগে সংৰক্ষণ কৰিছে।

এই বছৰ ২০ ঠাইত ৰাজ্যিক পুৰাতত্ত্ব বিভাগে সংৰক্ষণৰ কাম কৰিব আৰু ইয়াৰে কেইটামানৰ কাম বৰ্তমান চলি আছে।

ৰাজ্যিক পুৰাতত্ত্ব বিভাগে প্ৰায় ২০০ ৰাজ্যিক স্মৃতি-চিহ্নৰ দায়িত্ব ল'বলগীয়া আছে। তাৰে গুৰুত্ব অনুসৰি প্ৰায় দুকুৰি কীৰ্তিচিহ্নত ইতিমধ্যে কাম সমাপ্ত কৰিছে। অহা দশকৰ ভিতৰতে সকলোখিনি সংৰক্ষিত কৰাৰ আশা ৰাখিছে।

——

ড° নিশিপদ চৌধুৰী

# ভাস্কৰ্য আৰু স্থাপত্যৰ অধ্যয়ন

মানুহৰ আত্মবিকাশৰ কাহিনীক তিনিটা ভাগত ভগোৱা হয় —প্ৰাগ্-ঐতিহাসিক (Pre-history), পৌৰাণিক কাহিনীমূলক ইতিহাস (Proto-history) আৰু ইতিহাস (History)।

প্ৰাগ্ ঐতিহাসিক যুগক আকৌ তিনিটা ভাগত ভাগ কৰা হৈছে—আদি প্ৰস্তৰ যুগ (Palaeolithic or Early Stone Age), মধ্য প্ৰস্তৰ যুগ (Massolithic or Middle Stone Age) আৰু নৱ প্ৰস্তৰ যুগ (Neolithic or Cholcolithic culture)।

অসমত আদি প্ৰস্তৰ যুগ আৰু মধ্যপ্ৰস্তৰ যুগৰ কোনো শিলৰ অস্ত্ৰ বৰ্তমানলৈকে পোৱা হোৱা নাই। অলপতে গাৰোপাহাৰৰপৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰত্ন-তত্ত্ব বিভাগে এই যুগৰ শিলৰ সঁজুলি উদ্ধাৰ কৰিছে সেইবোৰৰ বৃত্তান্ত প্ৰকাশ হৈছে।

নৱপ্ৰস্তৰ যুগৰ বহু সামগ্ৰী অসমত পোৱা হৈছে। সেইবোৰৰ ভিতৰত শিলৰ সঁজুলি প্ৰধান। মৃণ পাত্ৰৰ কিছু সূক্ষ্ম টুকুৰাও পোৱা গৈছে।

নৱপ্ৰস্তৰ যুগৰ বৈশিষ্ট্য—(১) আদি আৰু মধ্যপ্ৰস্তৰ যুগৰ বহুতো জীৱ-জন্তু পৃথিৱীৰপৰা লোপ পায় আৰু নৱপ্ৰস্তৰ যুগৰ সময়ত জীয়াই থকা জীৱ-জন্তুৰ লগত পৰিচয় ঘটে এই যুগৰ মানুহৰ। (২) এই যুগত শিলৰ অস্ত্ৰৰ গঠন প্ৰণালীৰ উন্নতি সাধন হয়। অস্ত্ৰ কৰিবলৈ লোৱা শিলৰ দাঁতিৰপৰা চটা একুৱাৰ উপৰিও ঘঁহি ঘঁহি সেইবোৰ মিহি কৰি ধাৰ দিয়া হয়।

আগৰ দুই যুগত মাথোন শিলৰপৰা চটা একৰাই লৈছিল। (৩) এই যুগতেই প্ৰথম খেতি কৰিবলৈ আৰু জন্তুক পোহনীয়া কৰিবলৈ আৰম্ভ কৰে। বিশ্বনাথৰ এখন চাহবাগান চহোৰাত বহুত নৱপ্ৰস্তৰ যুগৰ শিলৰ সঁজুলি পোৱা গৈছিল। সেইবোৰ বৰ্তমান ইংলণ্ডৰ যাদুঘৰত আছে।

মিকিৰ পাহাৰৰপৰা মাত্ৰ দুটাহে সংগ্ৰহ কৰা হৈছে। উত্তৰ কাছাৰ জিলাৰ-পৰা সংগ্ৰহ কৰাৰ উপৰিও দাওহালিহাডিং নামৰ ঠাইত খনন কৰি বহু এই যুগৰ শিলৰ অস্ত্ৰ আৰু মৃণপাত্ৰৰ টুকুৰা পোৱা গৈছে। দাওহালিহাডিঙত খননকাৰ্য কৰিছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰত্নতত্ত্ব বিভাগে। ইয়াৰ উপৰিও অসমৰ আন আন ঠাইতো নৱপ্ৰস্তৰ যুগৰ শিলৰ অস্ত্ৰ পোৱা হৈছে।

গঠন আৰু নিৰ্মাণ প্ৰণালী অনুযায়ী এইবোৰ এনেকৈ ভাগ কৰা হৈছেঃ

(১) Facetted tool.
(২) Round Butt Axe.
(৩) Axe with Broad Cutting Edge.
(৪) Splayed Axe.
(৫) Shouldered Tool.
(৬) Tonged Axe.
(৭) Wadge Blades
(৮) Grooved Hammer stones.

নৱপ্ৰস্তৰ যুগৰ মানুহৰ বসতি দাওহালিহাডিঙত পোৱা গৈছে। এয়া অসমত আবিষ্কাৰ হোৱা প্ৰথম নৱপ্ৰস্তৰ যুগৰ মানুহৰ বসতিস্থান। মৃণপাত্ৰৰ টুকুৰাই বসতি থকাৰ সন্ধান দিয়ে; এই মৃণ পাত্ৰৰ টুকুৰাবোৰ নিচেই সৰু আৰু সেয়ে ইয়াৰপৰা পাত্ৰৰ আকৃতি বা গঠন কেনেকুৱা বুজা নাযায়; কিন্তু এইবোৰ যে হাতেৰে নিৰ্মাণ কৰা; চকাৰদ্বাৰা নহয় বুজা যায়। আকৌ এইবোৰক চাৰিটা ভাগত ভগাব পাৰি।

(১) Cord Marked মৃণপাত্ৰ
(২) Incised মৃণপাত্ৰ
(৩) চাবমৰা পাত্ৰ
(৪) মিহি আৰু সুন্দৰ ৰঙা ৰঙৰ মৃণপাত্ৰ।



মেগালিথিক (Megalithics): মেগালিথিক সভ্যতা অসমত বিস্তৃত আছিল বুলি কেবাগৰাকীও বুৰঞ্জীবিদে কৈছে। প্ৰকৃততে শিলৰ স্তম্ভ, গামলা বা কলহ, ধান খুন্দা উৰাল আকৃতিৰ শিলৰ পাত্ৰ আদি মেগালিথিক সভ্যতাৰ মৃত-দেহ ৰখা সজুঁলি নহয়। চটা শিল কিছুমানৰ পিঠিত নানা ৰকম জীৱ-জন্তু, মানুহ, চৰাই আদি খোদিত কৰাও দেখা যায়। সেইবোৰ থিয়কৈ মাটিত পুতি থোৱা আৰু ইবোৰৰ কাষত শিল দ'ম কৰিও ৰাখে। এইবোৰ মেগালিথিক সভ্যতাৰ বস্তু বুলি সহজে অনুমান কৰিব পাৰি। পুৰাতত্ত্বৰ বৈজ্ঞানিকভিত্তিত খনন কৰি এতিয়াও এইবোৰ সঠিকভাৱে প্ৰমাণ কৰি চোৱা হোৱা নাই; কিন্তু মেগালিথিক সভ্যতাত এনেকুৱাকৈ শিলৰ চটা পুতি থোৱাৰ দৃষ্টান্ত ভাৰতৰ বহু ঠাইত পোৱা গৈছে।

সংৰৰ বস্তিৰপৰা কিছুদূৰত খল্লুক্টলাং নামৰ পাহাৰৰ টিলা এটাৰ কাষত এনেকুৱা এচটা শিলৰ পিঠিত কেইটামান মূৰ্তি কটা আছে। একেবাৰে ওপৰত মূৰ নোহোৱা মানুহ এটাৰ দেহটো খোদিত কৰা আছে। হাতত ধনু-কাঁড়। এই মূৰ্তিটোৰ ভৰিকাষত বৃত্তৰ ভিতৰত হাতীৰ ছবি; ইয়াৰ তলত এটা বাঘ আৰু একেবাৰে তলত এটা ষাড়ৰ ছবি খোদিত কৰা আছে। ডিমাপুৰতো এনেকুৱা খোদিত কৰা চটা শিল থিয়কৈ পুতি থোৱা পোৱা গৈছে। এইবোৰৰো সম্ভৱতঃ উদ্দেশ্য এক আছিল।

মিকিৰপাহাৰৰ কাচমাৰি জামুগুৰিত কিছুমান শিলৰ স্তম্ভ দেখা যায়। এইবোৰ সুন্দৰকৈ অলংকৃত কৰা। সম্ভৱতঃ এইবোৰ জয়স্তম্ভ (victory pillar)।

উত্তৰ কাছাৰৰ দেৰেব্ৰা, কোবাক বলোচান, কাৰ্টাং, হাৰাংগাজাও, টুইভমিন্টাং আদি ঠাইত গামলা, কলহ, উৰাল এইবোৰৰ গঠনৰ নিচিনা শিলৰ পাত্ৰ পোৱা গৈছে। এইবোৰৰ ভিতৰত মানুহৰ মৰাশৰ অস্থি ৰখা বুলি বহুতে মন্তব্য দাঙি ধৰিছে যদিও সেইটো দৰাচলতে নহয়। মেগালিথিক সভ্যতাত মানুহৰ মৰাশ পোৱা নহয়। মৰাশবোৰ মাটিৰ তলত পুতি থৈ তাৰ ওপৰত এচটা শিল থিয়কৈ থয়; আকৌ মৰাশ কবৰ দি কবৰৰ চাৰিওফালে শিল লানিকৈ থয়। কেতিয়াবা কেতিয়াবা এটা কবৰত দুটা বা ততোধিক মানুহৰ জ'কা পোৱা যায়।

আকৌ এইবোৰ যোনী আৰু লিংগপূজাৰ আদিম স্তৰৰ নমুনা বুলিও বহুতে মন্তব্য দাঙি ধৰিছে। দৰাচলতে কলহ বা গামলাৰ আকৃতিৰ শিলৰ পাত্ৰবোৰ মেগালিথিক সভ্যতাৰ বস্তু নহয়। সম্ভৱতঃ সেইবোৰ ব্যৱহাৰ কৰা হৈছিল চাউলৰপৰা উৎপন্ন কৰা মদ নাইবা খাদ্য আহাৰ যুগুত কৰি ৰাখিবলৈকে। উৰালৰ নিচিনা শিলৰ পাত্ৰবোৰ হয়তো ব্যৱহাৰ কৰিছিল ধান-চাউল নাইবা তেনেকুৱা কিবা বস্তু খুন্দিবলৈকে। নৱপ্ৰস্তৰ যুগৰ এনেকুৱা শিলৰ উৰাল (corn grinder) দাক্ষিণাত্যত পোৱা গৈছে। আকৌ তাত শিলৰ মাৰি (Pestle or Muller) পোৱা গৈছে। কিছুমান আকৌ মছলা-বটা পতা আৰু পাটুক (Pestle or Muller) পোৱা গৈছে। কেৰালাত এনেকুৱা (corn grinder) বৰ্তমানো প্ৰচলিত। অসমত অৱশ্যে কাঠৰ উৰালৰ প্ৰচলন বৰ্তমানো আছে।

অসমত গুহা (Rock shelter) বহুতো আছে; কিন্তু সেইবোৰত কোনো ধৰণৰ চিত্ৰ (Rock paintings) নাই। পাহাৰত জন্তু, খোদিত কৰা (Rock engraving) কিছুমান মূৰ্তি, মানুহ, জন্তু, চৰাই ইত্যাদি আৰু নানা ৰকমৰ চানেকি থকা পোৱা যায়। এইবোৰৰ লগত দুটা নলীৰ দা এখন মাইবঙৰ ওচৰত পোৱা গৈছে; কিন্তু এইবোৰ নৱপ্ৰস্তৰ যুগৰ নহয়।

উত্তৰ কাছাৰৰ খুবংমা নামৰ ঠাইখনৰ ওচৰত আলংইনাৰ (অৰ্থ-হাতী-শিল) প্ৰকাণ্ড বহি থকা দুটা হাতীৰ আকৃতিৰ শিলত সাতোটা মানুহৰ মূৰ্তি দুটা শাৰীত খোদিত কৰা হৈছে। ওপৰৰ শাৰীত পাঁচোটা পুৰুষ আকৌ তলৰ শাৰীত এজনী তিৰোতা আৰু আনটো পুৰুষৰ মূৰ্তি বিভিন্ন নৃত্যৰ ভংগীত আছে। এই মূৰ্তিকেইটাই সমূহীয়া নৃত্যৰ পৰিৱেশন সুন্দৰকৈ সৃষ্টি কৰিছে।

**অসম বুৰঞ্জী ঃ** অসমৰ ৰাজনৈতিক বুৰঞ্জী পৌৰাণিক ৰজাসকলৰপৰা (Traditional Ruler) ধৰা হয়। তেওঁলোক দানৱ আৰু অসুৰ নামেৰে জনাজাত। মহাভাৰত আৰু পুৰাণত তেওঁলোকক কিৰাট আৰু ম্লেচ্ছ বুলিহে উল্লেখ কৰিছে। একেবাৰেই পুৰণি ৰজাসকলৰ ভিতৰত মহীৰংগ দানৱ নামৰ ৰজা এজনৰ উল্লেখ পোৱা যায়। মহীৰংগ দানৱ ৰজাজনৰ পিছত একেবংশৰে ক্ৰমে হটাকাসুৰ, সম্বৰাসুৰ আৰু ৰত্নাসুৰ নামৰ তিনিজন ৰজাই ৰাজত্ব কৰে। এওঁলোকৰ পিছত ঘটকাসুৰ বা ঘটককিৰাট নামৰ এজনে ৰজা হয়। বিদেহৰপৰা অহা নৰক নামৰ ৰাজপুত্ৰ এজনে ঘটকাসুৰক বধ কৰি



ৰজা হয়। সেই সময়ত প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ অধিবাসীসকলক কিৰাট বা ম্লেচ্ছ (মংগোলীয় জাতিৰ মানুহ) আছিল। নৰকে সিহঁতক সাগৰৰ পাৰলৈ খেদি দিয়ে আৰু পশ্চিমৰপৰা সম্ভৱতঃ আৰ্য জাতিৰ মানুহ দেশলৈ আনি বহুৱায়।

শোণিতপুৰৰ অসুৰ ৰজা বাণৰ লগত প্ৰাগ্‌জ্যোতিষৰ শেষ ৰজা নৰক ৰজাৰ বন্ধুত্ব স্থাপন হয়। নৰকে কামাখ্যাদেৱীৰ পূজা-অৰ্চনা এৰি শিৱক পূজা কৰিবলৈ আৰম্ভ কৰিলে। আকৌ বেয়া আচৰণৰ বাবে দেৱতা-ব্ৰাহ্মণৰ বিদ্বেষী হৈ উঠিল। তেতিয়া দ্বাৰকাৰপৰা শ্ৰীকৃষ্ণ আহি নৰকক বধ কৰি নৰকৰ পুত্ৰ ভগদত্তক প্ৰাগ্‌জ্যোতিষৰ ৰজা পাতিলে।

ভগদত্ত প্ৰতাপী আৰু বাহুবলী ৰজা আছিল। তেওঁ দুৰ্যোধনৰ ফলীয়া হৈ কুৰুক্ষেত্ৰৰ যুদ্ধত অংশগ্ৰহণ কৰিছিল। এই যুদ্ধত তেওঁ নিজৰ বিক্ৰমৰ পৰিচয় দিছিল। অৱশেষত অৰ্জুনৰ হাতত মৃত্যুবৰণ কৰে। ভগদত্তৰ আন এটা নাম 'শৈলালয়'।

ডক্টৰ প্ৰতাপচন্দ্ৰ চৌধুৰী আদি কেবাগৰাকী বুৰঞ্জীবিদে নৰক আৰু ভগদত্তক প্ৰথম শতাব্দীৰ ৰজা বুলি অনুমান কৰিছে। তেওঁলোকৰ মতে মহাভাৰতত ভগদত্ত থকা অংশটো পিছত সন্নিৱিষ্ট কৰা হৈছে। মহাভাৰতৰ কুৰুক্ষেত্ৰ যুদ্ধ হয় প্ৰায় খৃঃ পূঃ ৯৫০ ত। যেহেতু ভগদত্ত ৰজা মহাভাৰতৰ লগত নিবিড়ভাৱে সম্বন্ধ—তেওঁক মহাভাৰতৰপৰা বাদ দিব নোৱাৰি। দ্বিতীয়তে, এজন পৌৰাণিক ৰজাক (Traditional Ruler) বুৰঞ্জীৰ কালছোৱালৈ অনা যুক্তিসন্মত নহয়। তৃতীয়তে, পুৰাতত্ত্বৰ বিজ্ঞানসন্মত কোনো তথ্যপাতি এতিয়ালৈকে পোৱা হোৱা নাই। সেয়ে ভগদত্তক অসমৰ ইতিহাসত স্থান দিব নোৱাৰি।

ভগদত্তৰ পিছত তেওঁৰ পুত্ৰ বজ্ৰদত্ত প্ৰাগ্‌জ্যোতিষৰ ৰজা হয়। কিছুমানৰ মতে ভায়েক নৰকৰ ১৯ জন উত্তৰাধিকাৰীয়ে প্ৰাগ্‌জ্যোতিষ ৰাজ্যত ৰাজত্ব কৰে।

এই পৌৰাণিক যুগটো (মহীৰংগ দানৱৰপৰা বজ্ৰদত্তলৈকে) অসমৰ Proto-history বুলি ক'ব পাৰি।

ইতিহাস ঃ প্ৰকৃততে অসমৰ ৰাজনৈতিক বুৰঞ্জী বা ইতিহাস আৰম্ভ হয় বৰ্মণ ৰজাসকলৰ ৰাজত্বকালৰপৰা, বৰ্মণ, ৰজাসকলে অসমত (পৌৰাণিক কামৰূপ ৰাজ্যত) ৰাজত্ব কৰে আনুমানিক চতুৰ্থ শতিকাৰ মাজভাগৰপৰা সপ্তম শতিকাৰ মাজভাগলৈ। পুষ্য বৰ্মণ বৰ্মণ বংশৰ প্ৰতিষ্ঠাতা আৰু এইবংশৰ প্ৰথম ৰজা। সম্ভৱতঃ এওঁ সমুদ্ৰগুপ্তৰ সমসাময়িক। এই বংশৰ পূৰ্বপুৰুষ কোন, প্ৰকৃততে জনা নাযায়। এওঁলোক নৰক-ভগদত্তৰ বংশধৰ বুলি উল্লেখ পোৱা যায়। ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীদেৱে পুষ্য বৰ্মণক ভগদত্ত বংশৰ লগত দূৰসম্পৰ্কীয়, আলপাইন তেজৰ লগত সম্বন্ধ থকা এজন আৰ্য ৰাজপুত বুলি মন্তব্য দাঙি ধৰিছে।

হিউৱেনচাঙৰ টোকাৰপৰা স্পষ্টভাৱে পোৱা যায় বৰ্মণসকল ব্ৰাহ্মণ। এইটো সম্ভৱপৰ যে বৰ্মণসকল আৰ্য আৰু এওঁলোকৰ পূৰ্বপুৰুষসকলে চতুৰ্থ শতিকাৰ আগতে অসমলৈ আহিছিল।

পুষ্যবৰ্মণে নিজৰ বীৰত্বৰে সৰু সৰু ৰাজ্যবোৰ চামিল কৰি পুৰণি কামৰূপ ৰাজ্য গঠন কৰে। এই ৰাজ্যৰ ৰাজধানী প্ৰাগজ্যোতিষপুৰ অৰ্থাৎ বৰ্তমানৰ গুৱাহাটী নগৰ। তেওঁ সম্ভৱতঃ ৩৫০ খৃঃত বা কিছু আগতে কামৰূপ ৰাজ্যৰ ৰজা হয়।

অভিলেখত উল্লেখ থকা বৰ্মণ বংশৰ ৰজাসকল ঃ

(১) পুষ্য বৰ্মণ
(২) সমুদ্ৰ বৰ্মণ
(৩) বল বৰ্মণ
(৪) কল্যাণ বৰ্মণ
(৫) গণপতি বৰ্মণ
(৬) মহেন্দ্ৰ বৰ্মণ
(৭) নাৰায়ণ বৰ্মণ
(৮) ভূতি বৰ্মণ বা মহাভূত বৰ্মণ
(৯) চন্দ্ৰ বৰ্মণ বা চন্দ্ৰমুখ বৰ্মণ



(১০) স্থিত বৰ্মণ
(১১) সুস্থিত বৰ্মণ
(১২) সুপ্ৰতিষ্ঠিত বৰ্মণ
(১৩) ভাস্কৰ বৰ্মণ

ভাস্কৰ বৰ্মণৰ ৰাজত্বৰ সময় প্ৰায় ৫৯৪ খৃঃৰপৰা ৬৫০ খৃঃলৈ। এওঁক 'কুমাৰ ৰজা' নামেৰেও জনা যায়। এওঁৰ ৰাজত্বৰ কালডোখৰ পুৰণি অসম ইতিহাসৰ অবিস্মৰণীয় যুগ। ভাস্কৰ বৰ্মণৰ অনুৰোধক্ৰমে চীন পৰিব্ৰাজক হিউৱেনচাং ৬৪২ খৃঃৰ শেষৰ ফালে নাইবা ৬৪৩ খৃঃৰ আদিত প্ৰাগজ্যোতিষ-পুৰলৈ আহে। প্ৰায় এমাহকাল তেওঁ ভাস্কৰ বৰ্মণৰ ৰাজধানীত কটায়।

আইচিঙৰ ( I-tsing ) বিৱৰণিত পূৱ ভাৰতৰ দেৱ বৰ্মণ নামৰ ৰজা এজনৰ উল্লেখ পোৱা যায়। ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীদেৱে অনুমান কৰে যে দেৱ বৰ্মণ ভাস্কৰ বৰ্মণৰ পিছৰ কামৰূপৰ এজন ৰজা।

### শালস্তম্ভ বংশ

বৰ্মণ বংশৰ ৰাজত্বৰ ওৰ পৰাত শালস্তম্ভ নামৰ আন এটা বংশৰ ৰাজত্ব আৰম্ভ হয়। এই বংশৰ প্ৰতিষ্ঠাতা শালস্তম্ভ নামৰ এজন মানুহে নিজৰ দক্ষতাৰ গুণত ৰাজত্ব স্থাপন কৰে।

এই বংশৰ পূৰ্বপুৰুষ কোনজনা জনা নাযায়। মুদ্ৰাৰাক্ষত উল্লেখ কৰা ম্লেচ্ছ বিদ্ৰোহৰ কথা সম্ভৱতঃ সঁচা। ৰত্নপালৰ বৰগাঁও তামৰ ফলিতো ইয়াৰ উল্লেখ আছে। আৰ্য ৰজা বৰ্মণসকলৰ পিছতে ম্লেচ্ছসকলে বিদ্ৰোহ কৰে। সম্ভৱতঃ এই ম্লেচ্ছসকলৰ ভিতৰৰপৰা শালস্তম্ভ ( মংগোলীয়া জাতিৰ মানুহ ) কামৰূপ ৰাজ্যৰ ৰজা হয়। এওঁৰ নামেৰে এটা নতুন ৰাজবংশৰ উৎপত্তি হয়। বৰ্মণসকলৰ নিচিনাকৈ এওঁলোকেও বীৰবংশৰ পৰিচয় দিবলৈ নৰক-ভগদত্তৰ বংশধৰ বুলি উল্লেখ কৰে। পিছলৈ এওঁলোকে বৰ্মণ বংশধৰসকলৰ লগত বিবাহ-সূত্ৰ স্থাপন কৰে।

শালস্তম্ভই ৰজা হৈ ৰাজধানী প্ৰাগজ্যোতিষপুৰৰপৰা হাৰুপেশ্বৰ বা হাতপেশ্বৰ

( বৰ্তমানৰ তেজপুৰ নগৰ ) লৈ নিয়ে আৰু তাৰপৰা এইবংশৰ ৰজাসকলে ৰাজত্ব কৰে।

বৰগাঁও তামৰ ফলিত শালস্তম্ভ বংশৰ ৰজাসকলৰ সংখ্যা ২০ জন বুলি উল্লেখ আছে আৰু ২১ নম্বৰজনৰ নাম ত্যাগ সিংহ। আমি ২১ জনৰ ভিতৰত মাত্ৰ ৯ জনৰহে নাম পাওঁ।

(১) শালস্তম্ভ
(২) শ্ৰীহৰ্ষ ( শ্ৰীহৰ্ষবৰ্মদেৱ, শ্ৰীহৰ্ষদেৱ )
(৩) বল বৰ্মণ ( দ্বিতীয় )
(৪) প্ৰালম্ভ
(৫) হৰ্জ্জৰ বৰ্মণ
(৬) ৰনমাল বৰ্মণ ( বনমালদেৱ )
(৭) জয়মাল বৰ্মণ
(৮) বলবৰ্মণ ( তৃতীয় )
(৯) ত্যাগ সিংহ।

ত্যাগসিংহ এই বংশৰ শেষ ৰজা। তেওঁৰ কোনো পুত্ৰ সন্তান নথকাত এই বংশৰ ৰাজত্ব ত্যাগ সিংহৰ মৃত্যুৰ লগে লগে শেষ হল।

পালবংশ ঃ

শালস্তম্ভৰ বংশৰ কোনো ৰাজসিংহাসনৰ বাবে প্ৰাৰ্থী নথকাত প্ৰজাসকলে ব্ৰহ্মপালক ৰজা নিৰ্বাচন কৰিলে। ইয়াৰ উল্লেখ বৰগাঁও তামৰ ফলিত আছে। কামৰূপ ৰাজ্যৰ শাসনভাৰ এটা নতুন বংশলৈ যায়। সেইটো পালবংশ। এই বংশৰ শেষ ৰজা ধৰ্মপাল। এওঁৰ মৃত্যুৰ পিছতে পালবংশৰ ওৰ পৰে।

পাল বংশৰ মাত্ৰ ছজন ৰজাৰহে নাম পোৱা যায়।

(১) ব্ৰহ্মপাল
(২) ৰত্নপাল
(৩) পুৰন্দৰ পাল



(৪) ইন্দ্ৰপাল
(৫) হৰ্ষপাল
(৬) ধৰ্মপাল

ধৰ্মপালৰ উত্তৰাধিকাৰী কোন আছিল জনা নাযায়। শিলিমপুৰ অভিলেখত জয়পাল কামৰূপৰ ৰজা হিচাপে উল্লেখ আছে। সম্ভৱতঃ তেওঁ পাল বংশৰ ৰজা আছিল আৰু ধৰ্মপালৰ পুত্ৰ আৰু উত্তৰাধিকাৰী।

বিদ্যাধৰৰ কামৌলি তামৰ ফলিত পোৱা যায় বংগদেশৰ ৰজা ৰামপালে তিংগদেৱ নামৰ এজনক কামৰূপত [ উত্তৰ বংগ অঞ্চল ] তেওঁৰ শাসনকৰ্তা হিচাপে নিয়োগ কৰে। কামৰূপ ৰাজ্যৰ পশ্চিম খণ্ড অৰ্থাৎ উত্তৰ বংগ, বাৰ শতিকাৰ আদিতে ৰামপালে কামৰূপ ৰজাৰ দুৰ্বলতাৰ ছেগ বুজি কাঢ়ি লয়।

ৰামপালৰ পৰৱৰ্তী ৰজা কুমাৰ পালৰ দিনত তিংগদেৱ বিদ্ৰোহী হৈ উঠাত, কুমাৰপালে বিদ্ৰোহ দমন কৰি সেই ঠাইত তেওঁৰ মন্ত্ৰী বৈদ্যদেৱক বহুৱায়। কুমাৰ পালৰ মৃত্যুৰ পিছতে বৈদ্যদেৱে নিজকে স্বাধীন ৰজা বুলি ঘোষণা কৰি কামৰূপত ব্ৰাহ্মণ ৰাজত্ব স্থাপন কৰিলে।

বৈদ্যদেৱৰ উত্তৰাধিকাৰী কোন জনা নাযায়। Dr. H. C. Roy ৰ মতে বৈদ্যদেৱৰ পিছত তেওঁৰ ভায়েক বুদ্ধদেৱ ৰজা হয়। তেজপুৰত পোৱা বল্লভদেৱৰ তামৰ ফলিত [ ১১০৭ শক, ১৮৮৫ খৃঃ ] ৰায়াৰিদেৱ, উদয়কৰ্ণ আৰু বল্লভদেৱ নামৰ তিনিজন ৰজাৰ নাম পোৱা যায়।

ৰায়াৰিদেৱে বংগৰ ৰজাক পৰাস্ত কৰি এজন স্বাধীন ৰজা হিচাপে শাসন কাৰ্য চলায়। এওঁৰ পিছত উদয়কৰ্ণ ৰজা হয়। উদয়কৰ্ণৰ উত্তৰাধিকাৰী বল্লভদেৱ।

ৰায় আৰু ভট্টশালীৰ মতে—মহম্মদ বিন ভক্তিয়াৰে ১২০২ খৃঃত তিব্বতলৈ এটা অভিযান চলায়। এই অভিযান ব্যৰ্থ কৰে কামৰূপৰ ৰজা বল্লভদেৱ নাইবা তেওঁৰ উত্তৰাধিকাৰীয়ে। শিলালিপিত [ উত্তৰ গুৱাহাটী, ১১২৭ শক

১২০৬ খৃঃ ] ইয়াৰ উল্লেখ আছে ; কিন্তু বাজত্ব কৰা ৰজাজনৰ নাম তাত উল্লেখ নাই।

গাছতল স্তম্ভ লেখত [ ১১৪৯ শক ১২২৭ খৃঃ ] পোৱা যায় ৰজা বিশ্বসুন্দৰ-দেৱে চন্দ্ৰকান্ত নামৰ এজনক ম্লেচ্ছসকলে ধ্বংস কৰা শিৱ মন্দিৰটো মেৰামতি কৰিবলৈ আদেশ দিছিল। ম্লেচ্ছসকল মুছলমানৰ বাহিৰে অইন নহয়। ১২২৭ খৃঃত গিয়াছুদ্দিনে কামৰূপ আৰু বংগৰ বিৰুদ্ধে এটা অভিযান চলাইছিল। গিয়াছুদ্দিনে ১২২৭ খৃঃৰ আদিতে কামৰূপ আক্ৰমণ কৰি গাছতল আৰু ডবকা পায়। আকৌ ইক্তিয়াৰউদ্দিন উজবেকে [ ১২৫৬-৫৭ খৃঃ ] কামৰূপ আক্ৰমণ কৰে। এওঁলোকৰ আক্ৰমণৰ ফলত সংগঠিত কামৰূপ ৰাজ্য সম্ভৱতঃ ভাগি সৰু সৰু বহু ৰাজ্যত পৰিণত হয়। একে সময়তে আহোম-সকল অসমলৈ আহে। আহোমসকলৰ বিক্ৰমৰ বাবে পুৰণি সৰু সৰু ৰাজ্যৰ ৰজাসকল ক্ৰমে পশ্চিমলৈ যাবলৈ ধৰে আৰু আহোমসকলে অসম বুৰঞ্জীৰ নতুন যুগ এটাৰ সূচনা কৰে।

হিন্দু ধৰ্মৰ ভক্তি আন্দোলনে দেশৰ বিভিন্ন ধৰ্ম সম্প্ৰদায়ৰ আবিৰ্ভাৱ হ'বলৈ এটা বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। গুপ্তযুগৰপৰা পঞ্চদেৱতা বা পাঁচোটা মুখ্য দেৱতা যেনে, শিৱ, বিষ্ণু, শক্তি, সূৰ্য আৰু গণেশ, এই-কেইটাই গা কৰি উঠিছিল, এই পাঁচোটা দেৱতাক কেন্দ্ৰ কৰি পাঁচোটা ধৰ্ম সম্প্ৰদায়ৰ সৃষ্টি হয়। এই পাঁচোটাৰ ভিতৰত শিৱ আৰু শক্তি অতি পুৰণি ; বৈদিক যুগৰপৰা ইয়াৰ আবিৰ্ভাৱ হয়।

স্থাপত্য [ Architecture ] মঠ মন্দিৰ, অট্টালিকা, দুৰ্গ এইবোৰ গুপ্তযুগৰ পৰা অসমৰ বিভিন্ন ঠাইত নিৰ্মাণ কৰা হৈছিল। দুৰ্ভাগ্যবশতঃ সেইবোৰৰ কোনো এটাও বৰ্তমান নাই। সেইবোৰৰ ধ্বংসাৱশেষ সিচঁৰিত হৈ পৰি আছে। অভিলেখ, ধৰ্মীয় পুথি আৰু পৰিব্ৰাজকৰ বিৱৰণিৰপৰা জনা যায় যে বহুত মঠমন্দিৰ শিৱ, সূৰ্য, বিষ্ণু শক্তি আদি দেৱতাসকলৰ বাবে সজোৱা হৈছিল।

স্থাপত্যৰ ধ্বংসাৱশেষ [ Architectural Remains ] ঃ

অসমত আটাইতকৈ পুৰণি মন্দিৰ এটাৰ ভগ্নাৱশেষ দহ-পৰ্বতীয়াত [তেজপুৰত]



পোৱা গৈছে। এই মন্দিৰটো গুপ্তযুগৰ শেষছোৱাত নিৰ্মাণ কৰা। মন্দিৰটোৰ ভেঁটি আৰু মুখ্য দুৱাৰৰ চৌকাঠ বৰ্তমানো আছে। এই চৌকাঠ গুপ্তযুগৰ আদিতে নিৰ্মাণ কৰা স্থাপত্য বিদ্যাৰ নমুনা, অসমত থকা গুপ্ত যুগৰ স্থাপত্যৰ প্ৰাজ্জ্বল্যমান চানেকি।

দ্বাৰশাখা [ Doorijamb ] দুটাৰ তলত এটাত জল দেৱতা গংগা আৰু যমুনাৰ মূৰ্তি অতি সুন্দৰকৈ কটা আছে। দুয়োৰে মূৰৰ পিছত ঘূৰণীয়া সুস্পষ্ট প্ৰভামণ্ডল (Halo)। ত্ৰিভংগভংগিত দুয়ো থিয় হৈ আছে। দুয়ো হাতেৰে মালা লৈ আছে। দুয়োৰে লগত সৰু সৰু কেবাটাও মানুহৰ মূৰ্তি আছে। এজনী নাগী (ওপৰৰছোৱা মানুহৰ মূৰ, তলৰছোৱা সাপ) অঞ্জলি মুদ্ৰাও আছে। দ্বাৰাশাখা আৰু চিৰপট্টি ( lintel) শাৰী শাৰীকৈ পত্ৰলতা, ঘটপল্লৱ, ফুল আদিৰে অলংকৃত। চিৰাপট্টিত পাঁচোটা চন্দ্ৰশালাও (Caitya window ) আছে আৰু তাত দেৱতাৰ মূৰ্তি। সোঁমাজত থকা চন্দ্ৰশালা-টোত শিৱৰ 'লাকুলিম' মূৰ্তি, দুয়োকাষৰ চন্দ্ৰশালাত ক্ৰমে শ্ৰীকৃষ্ণ আৰু সূৰ্যদেৱতাৰ মূৰ্তি আছে।

মন্দিৰটোৰ গৰ্ভগৃহ চাৰিচুকীয়া। গুপ্ত যুগৰ আদিতে নিৰ্মাণ কৰা মন্দিৰ চাঞ্চি, এৰাণ ( ERAN ), টেগোৱা আৰু অইন উত্তৰ ভাৰতত থকা গুপ্ত মন্দিৰ-সমূহৰ লগত মিল দেখা যায়। এই মন্দিৰটো ভিতৰগাঁৱৰ গুপ্তমন্দিৰটোৰ নিচিনাকৈ ইটাৰে নিৰ্মাণ কৰা। ইটাৰ মাপ ( ডাঙৰটো) ৩৬·৫ × ২৮—৫·৫ চেণ্টিমিটাৰ।

গুপ্তযুগৰ আন এটা মন্দিৰৰ ভগ্নাৱশেষ মাজগাঁৱত ( তেজপুৰত ) আছে। ঠাইডোখৰত স্তম্ভ, চিৰাপট্টি, দ্বাৰাশাখা, অধিস্থানৰ শিল আদি সিচঁৰিত হৈ আছে। এটা প্ৰকাণ্ড চিৰাপট্টিত (Lintel) পাঁচোটা মন্দিৰৰ অনুৰূপ নকল (Replica of Temple) সুন্দৰকৈ অংকিত কৰা অনুৰূপ নকল-কেইটাৰ মাজৰ খালী ঠাইত একোটাকৈ চাৰিটা চন্দ্ৰশালা আছে। চন্দ্ৰশালাৰ ভিতৰত একোটাকৈ দেৱতাৰ (?) মূৰ্তি।

এটা দ্বাৰাশাখাৰ তলত জলদেৱতা গংগা আৰু তেওঁৰ লগত দুটা দ্বাৰপালৰ মূৰ্তি। গংগা ত্ৰিভংগীৰে মকৰ (Crocodile) ৰ ওপৰত থিয় হৈ আছে।

মালা এধাৰি দুই হাতত। এযোৰ চৌকাঠ (দ্বাৰশাখা আৰু চিৰাপট্টি) মাজগাঁৱৰ নৱনির্মিত মন্দিৰ এটাত লগোৱা আছে। দ্বাৰশাখা দুটাৰ তলত ক্রমে গংগা আৰু যমুনাৰ মূৰ্তি আছে। দুয়ো ত্রিভংগভংগীৰে ক্রমে মকৰ আৰু কাছৰ ওপৰত হাতত এধাৰিকৈ মালা লৈ থিয় হৈ আছে।

বামুণীপাহাৰত একেলগে নটা মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। ইয়াত পোৱা চিৰাপট্টি এটাত ব্রহ্মা আৰু সূৰ্যৰ মূর্তি, লগত সহচৰ। কেইটামান নৱগ্রহৰ মূৰ্তি ইয়াত আছে। এটা স্তম্ভত সুন্দৰকৈ অংকণ কৰা আছে— বিষ্ণুৰ অৱতাৰ ক্রমে নৰসিংহ, পৰশুৰাম, বলোৰাম, বৰাহ আৰু বামন, তেওঁলোকৰ কাষত সহচৰ।

কোল পাৰ্কত থকা প্ৰকাণ্ড ব্রহ্মা আৰু বিষ্ণুৰ মূৰ্তি কটা স্তম্ভটো বিশেষ মনকৰিবলগীয়া। এই স্তম্ভটোৰ তলৰ অংশত ব্রহ্মাৰ মূর্তি, দুয়োকাষে তেওঁৰ পত্নী, ওপৰত বিষ্ণুৰ কেইটামান অৱতাৰ আৰু তেওঁলোকৰ দুয়োকাষে সহচৰ। আকৌ আন এটা চিৰাপট্টিত ব্রহ্মা, সূর্য আৰু শিৱৰ মূর্তি আৰু কেইটামান নৱগ্রহৰ মূর্তি আছে। দুটা ডাঙৰ স্তম্ভ বৰ্তমান পাৰ্কত থিয়কৈ ৰখা হৈছে। স্তম্ভ দুটাৰ তলছোৱা অষ্টকোণী, মাজৰ অংশ মিহি আৰু ঘূৰণীয়া আৰু ওপৰৰ অংশ (Capital) চাৰি খণ্ডত অংকণ কৰা। একেবাৰে ওপৰৰ খণ্ডটো কীৰ্তিমুখৰদ্বাৰা শোভিত।

তেজপুৰ নগৰখনত প্রাচীন যুগৰ কীর্তিৰে সিচঁৰিত। প্রাচীন যুগৰ ভাস্কৰ্য, কলা আৰু স্থাপত্যৰ নিদৰ্শন দৰং জিলাত বিস্তৃত।

দৰং জিলাৰ নিচিনাকৈ নগাঁও, মিকিৰ পাহাৰ, কামৰূপ, গোৱালপাৰা, লক্ষীমপুৰ আৰু কাছাৰ জিলাতো পুৰণি যুগৰ ভাস্কৰ্য, কলা আৰু স্থাপত্যৰে ভৰপূৰ।

নগাঁও জিলাৰ ডবকাৰ ওচৰৰ মিকিৰআটি নামৰ ঠাইত নটা মন্দিৰৰ ভেঁটি পোৱা গৈছে। এই নটা মন্দিৰ তিনিশাৰীত সমান্তৰালভাৱে অৱস্থিত। সোঁমাজৰ মন্দিৰটো তুলনামূলকভাৱে বহু ডাঙৰ। এই মন্দিৰবোৰ মাত্র গৰ্ভগৃহতহে আছে। সোঁহাতৰ ডাঙৰ মন্দিৰটোৰ গৰ্ভগৃহ



২৭০ চেঃ মিঃ সমবাহুৰ, দ ২০০ চেঃ মিঃ। গোঁসাইজুৰি নামৰ ঠাইত নটা মন্দিৰৰ ভেঁটি পোৱা গৈছে। ইয়াৰ ভেঁটিবোৰ কিন্তু মিকিৰআটিৰ নিচিনাকৈ তিনিশাৰীত নাই। আকৌ যোগীথানৰ অন্তৰ্গত ৰাজবাৰী নামৰ ঠাইত তিনিশাৰীত নটা মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। ইয়াত কিন্তু প্ৰথমশাৰীৰ মাজৰ মন্দিৰটোহে ডাঙৰ। ন-নাথ থানত (যোগীথান) নটা মন্দিৰৰ ভেঁটি সংৰক্ষিত কৰি ৰখা আছে। মন্দিৰত শিৱ লিংগ আৰু যোনীপীঠ অধিষ্ঠানত বৰ্তমানো আছে

হাওঁৰাঘাটৰ ওচৰৰ দেৱস্থান (মৌদংগা) নটা মন্দিৰৰ ভেঁটি পোৱা হৈছে। ইয়াৰ গৰ্ভগৃহ (Schinst Stone) ত কটা বিতোপন শিৱলিংগ আৰু আসন সংৰক্ষিতকৈ ৰখা আছে।

বৰগংগাত ডাঙৰ মন্দিৰ এটাৰ সম্পূৰ্ণ ভেঁটি আছে। এই মন্দিৰটোৰ গৰ্ভগৃহ, মণ্ডপ আৰু অৰ্ধমণ্ডপ বা নাটমন্দিৰ সুস্পষ্ট। গৰ্ভগৃহ শিলেৰে নিৰ্মিত, মণ্ডপ আৰু অৰ্ধমণ্ডপ ইটাৰে নির্মিত। মন্দিৰৰ নিচেই ওচৰত থকা দুটা প্ৰকাণ্ড শিলত ভূতিবৰ্মণৰ অভিলেখ আছে। দুয়োটা শিলৰ গাত দ্বাৰপালৰ মূৰ্তি আছে। আঠুৰ ওপৰত থকা ধুতি দুয়ো পৰিধান কৰিছে আৰু হাতত পৰশুকুঠাৰ।

দোমুখী জালজুৰী নামৰ ঠাইত মন্দিৰৰ ভগ্নাৱশেষ আৰু চিৰাপট্টি এটাত ত্রিমূর্তি ব্রহ্মা, শিৱ আৰু বিষ্ণুৰ মূর্তি আছে। লগত সহচৰ। শিৱৰ মূৰ্তিৰ দুয়োকাষত সুন্দৰকৈ অলংকৃত কৰিছে। পত্রলতা, পদুমৰ কলি আৰু ষাঁৰ গৰু। ইয়াত ষাঁৰগৰু অলংকাৰ হিচাপে অংকণ কৰিছে।

দেওপানীত ইটাৰে নিৰ্মিত মন্দিৰৰ ধ্বংসাৱশেষ আছে। ইয়াত দুইবাহুৰ বামনৰ মূর্তি, হৰিহৰ চতুৰ্ভুজ দুৰ্গা, নৰসিংহ, চতুৰ্ভুজ কালী, গণেশ, বিষ্ণুৰ মূৰ্তি পোৱা গৈছে। বামন আৰু হৰিহৰৰ মূৰ্তি দুয়োটাত ক্রমে চাৰি আৰু তিনিশাৰীৰ অভিলেখ আছে। বৰ্তমান দুয়োটা মূর্তি গুৱাহাটীৰ সংগ্ৰহালয়ত আছে।

নুমলীগড়ৰ ওচৰৰ দেওপাহাৰত শিলৰ নির্মিত মন্দিৰৰ ভগ্নাৱশেষ পোৱা

গৈছে। মন্দিৰৰ গৰ্ভগৃহ, মণ্ডপ আছে। মণ্ডপৰ অধিস্থানত লগোৱা শিলত কটা ৰামায়ণৰ কাহিনী প্ৰচলিত সামাজিক জীৱনৰ দৃশ্য সুন্দৰকৈ অংকিত কৰা আছে।

মঠ মন্দিৰ, অট্টালিকা, দুৰ্গ এইবোৰ প্ৰাচীন অসমত সজোৱা হৈছিল। প্ৰাচীন অসমত কুঁৱা বা নাদৰ প্ৰচলন নাছিল। কুঁৱা বা নাদ প্ৰাচীন ঠাইবোৰৰ কোনো এখনতে পোৱা নাযায়। সেইবোৰত মাথোন প্ৰাচীন পুখুৰীহে আছে। অসমত প্ৰাচীন পুখুৰী বৰ ঘনাই পোৱা যায়। মঙলদৈ মহকুমাত অকল ৩৬০ টা প্ৰাচীন পুখুৰী আছে। অসমত আটাইতকৈ প্ৰাচীন আৰু ডাঙৰ পুখুৰীটো হৰজৰ বৰ্মণে খন্দোৱা হৰজাৰ পুখুৰীটো।

### নটা মন্দিৰৰ থূপ ঃ

অসমৰ কেইবাখন ঠাইতো থূপখাই থকা নটা মন্দিৰৰ ভগ্নাৱশেষ পোৱা গৈছে। মিকিৰআটি, দেৱস্থান (মৌদংগা), বামুণী পাহাৰ, গোঁসাইজুৰি, ৰাজবাৰী [যোগীথান], ন-নাথ আদি ঠাইত একে থূপে নটা মন্দিৰ নিৰ্মাণ কৰা হৈছিল। সম্ভৱতঃ কাৰৈমাৰী, মহাদেওশাল আৰু শিঙৰীত নটা মন্দিৰ একেথূপে আছিল। কি কাৰণত এনেকৈ নটা মন্দিৰ নিৰ্মাণ কৰা হৈছিল কোনো উল্লেখ পোৱা নাযায়। নগৰসমূহত কেইবাটাও মন্দিৰ একেথূপে সজা হৈছিল। নগৰসমূহৰ প্ৰসাৰতা বুজাবলৈ একেথূপে কেইবাটাও মন্দিৰ সজা হৈছিল প্ৰাচীন ভাৰতত।

অসমত সূৰ্য আৰু নৱগ্ৰহৰ জনপ্ৰিয়তা বঢ়াত হয়তো এনেকৈ নৱগ্ৰহৰ আৰ্হিত নটাকৈ মন্দিৰ একেথূপে নগৰসমূহত নিৰ্মাণ কৰা হৈছিল। বহু চিৰাপট্টিত বহ্মা, বিষ্ণু, শিৱ, সূৰ্য আৰু কেইটামান নৱগ্ৰহৰ মূৰ্তি একে-লগে পোৱা যায়। গুৱাহাটীৰ নৱগ্ৰহৰ মন্দিৰৰপৰা বুজিব পাৰি যে সময়ত নৱগ্ৰহৰ জনপ্ৰিয়তা আছিল; কিন্তু এই নটা মন্দিৰ নৱগ্ৰহলৈ উছৰ্গা কৰা হোৱা নাছিল। বহুঠাইত গৰ্ভগৃহত এতিয়াও শিৱলিংগ, বিষ্ণু আদিৰ মূৰ্তি আছে। অসমত থকা মঠ-মন্দিৰসমূহ শিৱ, বিষ্ণু সূৰ্য, দুৰ্গা আদি দেৱতাসকললৈ উছৰ্গা কৰা হৈছিল। হয়তো কিছুমান ঠাইত কেইটামান মন্দিৰ নৱগ্ৰহলৈও উছৰ্গা কৰা হৈছিল।



একেথূপে নটা মন্দিৰ নিৰ্মাণ কৰা দৃষ্টান্ত হায়দৰাবাদৰ ওচৰৰ আলমপুৰত পোৱা যায়। মন্দিৰৰ থূপটোক 'নব ব্ৰহ্মা মন্দিৰ' বোলা হয়। ইয়াৰ আঠোটা মন্দিৰ উত্তৰ ভাৰতৰ মন্দিৰৰ ধৰণৰ আৰু নৱমন্দিৰটো দক্ষিণ ভাৰতৰ ধৰণৰ। দক্ষিণ ভাৰতৰ ধৰণৰ নিৰ্মাণ কৰা মন্দিৰটো 'তাৰকা ব্ৰহ্মা' বোলা হয়। আনবোৰক কোৱা হয়—বিশ্বব্ৰহ্মা, বীৰব্ৰহ্মা, অৰকা ব্ৰহ্মা, কুমাৰ ব্ৰহ্মা, বল ব্ৰহ্মা, পদ্ম ব্ৰহ্মা, গৰুৰ ব্ৰহ্মা আৰু স্বৰ্গ ব্ৰহ্মা।

অৰ্থশাস্ত্ৰৰ মন্দিৰ নিৰ্মাণৰ নিয়ম-কানুনৰ ভিত্তিতহে অসমত মঠমন্দিৰসমূহ নিৰ্মাণ কৰা হৈছিল।

### নক্সা (The plan)

(১) টোৰণ—মন্দিৰৰপৰা কিছু আঁতৰত প্ৰৱেশ পথত টোৰণ সজোৱা হয়।

(২) দুৱাৰমুখ (Door way)—দুটা দ্বাৰশাখা
প্ৰৱেশদ্বাৰ (Entrance Gate)

আৰু এটা চিৰাপট্টিৰে সজোৱা মন্দিৰৰ ভিতৰলৈ সোমোৱা দুৱাৰ।

(৩) মণ্ডপ বা নাটমন্দিৰ ( Assembly Hall )

(৪) গোপুৰম ( Entrance Chamber )

(৫) গৰ্ভগৃহ ( Cella )

অসমত বেছিকৈ মঠ নিৰ্মাণ কৰা হৈছিল। এই মঠসমূহত অকল গৰ্ভগৃহ আৰু গৰ্ভগৃহলৈ প্ৰৱেশ কৰা প্ৰৱেশদ্বাৰ ( Enclosed Yard) আছিল। এইবোৰৰ গৰ্ভগৃহত এটা মাথোন দেৱতাৰ মূৰ্তি স্থাপন কৰে।

গৰ্ভগৃহ—গৰ্ভগৃহৰ নক্সা সাধাৰণতে সম-চাৰিকোণীয়া [চতুৰ চ'ৰা]। অসমৰ প্ৰায়বোৰ মন্দিৰৰ গৰ্ভগৃহৰ ভেঁটি মণ্ডপৰ ভেঁটিতকৈ কিছু তলত অৱস্থিত। এইটো অসমৰ সুকীয়া বৈশিষ্ট্য।

গৰ্ভগৃহৰ ওপৰত মূখ্যমন্দিৰ বা বিমাণ আৰু বিমাণৰ ওপৰত শিখৰ। শিখৰ বিভিন্ন নক্সাৰ। শক্তিধৰ্মৰ সৃষ্টি-চক্ৰ বা শ্ৰীচক্ৰ নটা ত্ৰিকোণৰ সমন্বয়—চাৰিটা ওপৰলৈ উঠে আৰু পাঁচোটা তললৈ পৰে মাধ্যাকৰ্ষণৰ উমৈতীয়া কেন্দ্ৰৰ সৈতে স্থাপিত কৰিবলৈ চতুৰ চ'ৰা (3 Square plan) দেখা যায়। এই শ্ৰীচক্ৰৰপৰা কোণ আৰু দাঁতিবোৰ উলিয়াই দিয়া হয়।

কিন্তু বমণ পাহাৰত থকা মন্দিৰৰ গৰ্ভগৃহ সুকীয়া। এইটো সপ্তৰথ নক্সাৰ (Saptaratha Plan)

মণ্ডপ ঃ—সাধাৰণতে মন্দিৰসমূহৰ মণ্ডপ সমচতুস্কোণী। অসমত পোৱা বেছি অংশ মন্দিৰৰ মণ্ডপ নাই। সেইবোৰৰ অকল শিখৰৰ লগত গৰ্ভগৃহহে থাকে। অকল শিখৰৰ সৈতে গৰ্ভগৃহ থকা মন্দিৰসমূহক মঠ বোলাহে শ্ৰেয়ঃ। এই মঠসমূহত হয়তো অস্থায়ী মণ্ডপ সাঁজি লৈছিল। ন-নাথ থান, দেৱস্থান (মৌদংগা), বৰগংগা আৰু দহপৰ্বতীয়াত সম্পূৰ্ণ মণ্ডপ পোৱা গৈছে।

অৰ্ধমণ্ডপ অকল দহপৰ্বতীয়া আৰু বৰগংগাত দেখা যায়।

বিমাণ ঃ—(The Sky-scraper) বিমাণ চেলাৰ (Cella) ওপৰত (স্থাপন কৰা দেৱতাৰ ঠিক ওপৰত) নিৰ্মাণ কৰা হয়। বিমাণক মানুহৰ শৰীৰৰ লগত তুলনা কৰা যায়। ইয়াৰ ভাগবোৰ—(১) পাদ (ভৰি—Leg) (২) জংঘা (thigh waist) (৩) কান্ধ (ডিঙি—Neck) আৰু (৪) শিখৰ (The peak Crown).

শিখৰ গঠনৰ মূল বস্তু যিটোক কেন্দ্ৰ কৰি সকলো স্থাপত্য সম্বন্ধীয় কাৰিকৰি নিপুণতা শিল্পীসকলে তেওঁলোকৰ ভাৱ-ধাৰণা আৰু থলুৱা পৰিবৰ্তনৰ লগত মিলাই প্ৰকাশ কৰি দেখুৱায় আৰু তেতিয়া ভিন ভিন নিদৰ্শনৰ মন্দিৰ-সমূহৰ স্থাপত্যৰ সুকীয়া নামকৰণৰ বুৎপত্তি হয়।

নগৰ আয়মৰ মন্দিৰ (Nagara Style Temple) ঃ—উত্তৰ ভাৰতৰ মন্দিৰ-সমূহ ভেঁটি চতুৰ চ'ৰা। শিখৰৰ গম্বুজ ক্ৰমে ভিতৰ সোমোৱা-ধেনুভিৰীয়া। ইয়াৰ ওপৰত এটা আমলক (Amalaka) থাকে। আমলকৰ ওপৰত



কলহ (Kalasapetcher) আৰু একেবাৰে ওপৰত ধাতুৰে নিৰ্মিত দেৱ-দেৱতা অনুযায়ী সেই দেৱতাৰ আয়ুধ যেনে, ত্ৰিশূল, চক্ৰ ইত্যাদি।

অসমত কোনো এটা প্ৰাচীন মঠ বা মন্দিৰ মূল অৱস্থাত নাই। আটাইবোৰ ভগা-ছিগা। মন্দিৰসমূহৰ ভগ্নাৱশেষবোৰত বহুতো চিৰাপট্টি পোৱা যায়—যিবোৰৰ ওপৰত সুন্দৰকৈ কটা আছে মন্দিৰসমূহৰ আয়মৰ অনুৰূপ নকল। সাধাৰণতে চিৰাপট্টিত মূল মন্দিৰটোৰ অনুৰূপ নকল অলংকাৰ হিচাপে অংকণ কৰা হয়। অসমৰ বিভিন্ন ঠাইত পোৱা চিৰাট্টিপত অংকণ কৰা মন্দিৰৰ প্ৰতিচ্ছবিয়ে আমাক দেখুৱাই দিয়ে যে সেইবোৰ নগৰ আয়মৰ মন্দিৰ। (অৰ্থাৎ উত্তৰ ভাৰতৰ মন্দিৰসমূহৰ আৰ্হিত নিৰ্মাণ কৰা) আৰু পাহাৰপুৰ (বংগদেশ) আয়মৰ মন্দিৰ। অসমৰ প্ৰাচীন মন্দিৰসমূহ এই দুই ধৰণৰ মন্দিৰৰ লগত সম্পূৰ্ণ মিল আছে।

মন্দিৰৰ গা চাৰি ভাগত ভাগ কৰা যায় ঃ

(১) পাদ বা পিস্তা বা আসন (Pedestal)

(২) জংঘা—দেৱাল (Waist or Body or wall)

(৩) কান্ধ বা গন্দি (Neck)

(৪) শিখৰ বা মস্তক (The Peak Crown)

অসমৰ স্থাপত্য শিল্পৰ ইতিহাসত (আহোম যুগৰ আগত) দুটা গঢ়ৰ মন্দিৰ নিৰ্মাণ কাৰ্য সুস্পষ্ট। দুটা সুকীয়া স্থাপত্য কলাৰ সোঁত পশ্চিমৰপৰা আহি অসমত প্ৰৱেশ কৰে।

(১) প্ৰথমটোৱে গুপ্ত হিন্দু সোঁত অসমত বোৱাইছে।

(২) দ্বিতীয়টোৱে উড়িষ্যাৰ আয়ম (Orissan style) ৰ পূৰ সীমা চুইছে অসমত।

প্ৰথমটোৰ উদাহৰণ—দহপৰ্বতীয়া আৰু মাজ গাঁৱৰ মন্দিৰ। দ্বিতীয়টো—আন মন্দিৰসমূহ। এই মন্দিৰসমূহৰ বেছি অংশ মঠ (Shrine)। মঠবোৰ অকল মাথোন শিখৰ আৰু প্ৰৱেশদ্বাৰ বা বাৰাণ্ডাৰে (Small Porch or Portico) গঠিত।

**ভাস্কৰ্য (Sculpture)**ঃ প্ৰাচীন ভাৰতৰ ভাস্কৰ্য সুকীয়াকৈ সাধাৰণতে পোৱা নাযায়। এইবোৰ মূলতে অলংকাৰ হিচাপে ব্যৱহাৰ হয়। অসমৰ ভাস্কৰ্যসমূহ মন্দিৰৰ বেৰত মূধাবৰণ (Ceiling), অধিস্থান (Pediment), দ্বাৰশাখা চিৰাপট্টিত দেখা যায়। বৰ্তমান সেইবোৰ সিঁচৰিত হৈ পৰি আছে।

এই ভাস্কৰ্যবোৰ তিনিটা ভাগত ভাগ কৰিব পাৰি।
(১) মানুহৰ মূৰ্তি (Human Figure)
(২) জন্তুৰ মূৰ্তি (Animal Figure)
(৩) অলংকৃত চানেকি (Ornamental Design)

**মানুহৰ মূৰ্তি**ঃ দহপৰ্বতীয়াত পোৰামাটিৰ মূৰ্তি এটা পোৱা হৈছে। এই মূৰ্তিটোৰ মূৰটো ভগা। আসন ভংগীত বহি আছে আৰু বাহু আৰু ভৰি সুস্পষ্ট। এচটা শিলত অংকণ কৰা আন এটা মূৰ্তি গাছতলাৰপৰা সংগ্ৰহ কৰা, বৰ্তমান নগাঁও উদ্যানত আছে। ইয়াৰ মূৰ্তিটো মুখাসন ভংগীত বহি আছে; মূৰত পাগুৰি আৰু ধুতী (Katibandha) পৰিধান কৰিছে। আন এটা মটা আৰু তিৰোতাৰ যুগল মূৰ্তি বৰ্তমান নগাঁও উদ্যানত আছে। ইয়াত তিৰোতাজনীৰ চুলিবন্ধা খোপা, পৰিধান কৰা অলংকাৰপাতি বিশেষ মন কৰিবলগীয়া। পোৰামাটিৰ মূৰ্তি ন-নাথ থান আৰু মায়াঙত পোৱা গৈছে।

**যক্ষ, যক্ষী, বিদ্যাধৰ, অপ্‌সৰা, কিন্নৰ**ঃ এইবোৰ দেৱতাৰ প্ৰকৃতিতকৈ বেছি মানৱ প্ৰকৃতিৰহে। প্ৰাচীন অসমৰ ভাস্কৰ্যত এইবোৰ মূৰ্তি বেছিকৈ পোৱা যায়। দেৱতাসকলৰ সহচৰ (Attendant) হিচাপে সাধাৰণতে থাকে। কৰণ্ড মুকুট, অলংকাৰ, কটিবস্ত্ৰ আদি পৰিধান কৰে। দ্বাৰপাল আৰু দ্বাৰপালিকা দ্বাৰশাখাৰ তলৰ অংশত থাকে। এওঁলোক মন্দিৰৰ অভিভাৱক।

নৃত্য, গীত, বাদ্য আদি সমূহীয়াকৈ নাইবা অকলে পৰিৱেশন কৰা দৃশ্য অসমৰ ভাস্কৰ্যত পোৱা যায়।

শৈৱ আৰু শাক্ত মন্দিৰসমূহত মৈথুন বা প্ৰেমাসক্তৰ (Erotic Scene) দৃশ্য দেখিবলৈ পোৱা যায়। এনেকুৱা ধৰণৰ মূৰ্তিৰ প্ৰচলন আছিল তান্ত্ৰিক



ভাৱভংগীৰ এটা অংশ—যিটো আছিল ভাৰতীয় ধৰ্মীয় দৰ্শনৰ বিশেষ লক্ষণ, দশম আৰু দ্বাদশ শতিকাৰ মাজডোখৰত। এই দৃশ্য অসমতো পোৱা যায়। কামপুৰৰ ওচৰত চাংচাকিত এটা মতা আৰু এজনী তিৰোতা মুখাসন ভংগীত বহি শৃংগাৰ কৰা দৃশ্য দেখা যায়। ইয়াত দুয়ো পৰিধান কৰিছে বিভিন্ন অলংকাৰ।

মানুহৰ বাহিৰেও চৰাই আৰু জন্তুৰ মাজত মৈথুনৰ দৃশ্যও পোৱা যায়। ন-নাথ থানৰ শিলস্তম্ভ এটাত এহাল হৰিণৰ মৈথুন দৃশ্য আছে।

**পৌৰাণিক কাহিনী**ঃ ৰামায়ণ-মহাভাৰতৰ কাহিনী অংকিত কৰা দৃশ্য পোৱা যায়। বিশেষকৈ দেও পাহাৰৰ এচটা শিলত সুন্দৰকৈ অংকিত কৰা আছে ৰামায়ণৰ এটা দৃশ্য। ৰাম আৰু লক্ষ্মণ বহি আছে; সুগ্ৰীৱে ৰামৰ সন্মুখত আঠুলৈ আছে; হনুমান আৰু আন বান্দৰসকলে হাতবোৰ অঞ্জলিমুদ্ৰাত ভক্তি নিৱেদন কৰা দৃশ্য মনোৰম।

সামাজিক ঘৰুৱা জীৱনক কেন্দ্ৰ কৰি অংকিত কৰা দৃশ্য বিৰল নহয়। শিঙৰি টটলা বস্তিত এচটা শিলত ছয়গৰাকী তিৰোতাই সামূহিকভাৱে ভগৱানক প্ৰাৰ্থনা কৰা দৃশ্য বিতোপন। দেওপাহাৰত পোৱা দুগৰাকী তিৰোতাই উ'লত কিবা বস্তু খুন্দি থকা অৱস্থাত তৃতীয়গৰাকী তিৰোতাই সিহঁতৰ এজনীৰ লগত কথা পতা দৃশ্য মন কৰিবলগীয়া। এনেকুৱা সামাজিক আচাৰ-নীতি অংকিত কৰা দৃশ্য আকৰ্ষণীয়।

**জন্তুৰ মূৰ্তি**ঃ অসমৰ ভাস্কৰ্যত দেখা জীৱ-জন্তুৰ ভিতৰত গজথৰ অধিস্থানত লগোৱা হয়। সিংহ (Bayal), ষাঁড় গৰু (নন্দী), গজসিংহ, হৰিণ, বাঘ, গাহৰি, নিগনি আৰু ঘোঁৰাও পোৱা যায়। কিছুমান নন্দীৰ পিঠিত অস্তাৰক, ঘণ্টাৰ মালা পিন্ধোৱা দেখা যায়। শিৱৰ বাহন হিচাপে নন্দী সাধাৰণতে শিৱমন্দিৰৰ সন্মুখত থাকে। গজসিংহ বিভিন্ন ধৰণৰ পোৱা যায়। সেইবোৰ স্তম্ভৰ মস্তক (Capital) হিচাপেও ব্যৱহাৰ কৰে। অসমৰ ভাস্কৰ্যত নানাবিধ চৰাইৰো স্থান আছে।

**অশোভা বা কাল্পনিক মূৰ্তি (Grotesque or Mythical Figure)**ঃ এইবোৰৰ ভিতৰত কীৰ্তি মুখ (Lit. Glory Face) ৰ প্ৰচলন অসমৰ ভাস্কৰ্যত

বৰ বেছি। পৱিত্ৰ ৰূপক বা প্ৰতীক চিহ্ন হিচাপে ভাৰতীয় কলাত কীৰ্তিমুখ ব্যৱহাৰ কৰে; সেয়ে ভাৰতীয় দেৱ-দেৱতাৰ মূৰ্তিসমূহত এইটো জনপ্ৰিয় আৰু ইয়াৰ ব্যৱহাৰ সাৰ্বজনীন। মধ্যযুগৰ মূৰ্তিসমূহত কীৰ্তিমুখৰ মূৰ্তি সাৰ্বজনীন আৰু শিলাপট্টৰ ওপৰত থাকে আৰো দুয়োফালে ভৰি থকাকৈ বিদ্যাধৰৰ মূৰ্তি অংকণ কৰা হয়। স্থাপত্য কলাৰ অলংকাৰ হিচাপেও মন্দিৰৰ গাত, স্তম্ভ আদিত ব্যৱহাৰ কৰা দেখা যায়।

**অলংকাৰৰ চানেকি** ( Ornamental Design ): অসমৰ স্থাপত্য শিল্পত নানা ধৰণৰ স্থাপত্য চানেকি, ক্ষেত্ৰতত্ত্ব বিষয়ক চানেকি পত্ৰলতা, ঘট-পল্লৱ, পুষ্প, এইবোৰ অলংকাৰ হিচাপে লোৱা হয়। এইবোৰৰ প্ৰচলন বৰ বেছি।

**পোৰামাটিৰ মূৰ্তি**: মানুহ, চৰাই দেৱ-দেৱতা এইবোৰৰ পোৰামাটিৰ মূৰ্তি দহপৰ্বতীয়া, কুণ্ডিল নগৰ, গুৱাহাটী, ন-নাথ থান আৰু গণেশ পাহাৰ (মায়াং)ত পোৱা গৈছে। সেইবোৰ তলত দিয়া ধৰণে ভাগ কৰিব পাৰি।

গঠন প্ৰণালী আৰু আকৃতি অনুযায়ী কুণ্ডিল নগৰত পোৱা পোৰামাটিৰ মূৰ্তিবোৰ অসম স্কুলৰ, দহপৰ্বতীয়াৰ মূৰ্তিসমূহ মধ্যযুগৰ পূৰ্বভাৰতীয় স্কুলৰ আৰু মায়াঙৰ মূৰ্তিসমূহ নিজস্ব পূৰ্ব ভাৰতীয় ভাস্কৰ্যৰ।

**মৃণ পাত্ৰ**: মৃণ পাত্ৰ পুৰাতত্ত্বৰ অন্যতম সমল। প্ৰাচীন যুগৰপৰা বৰ্তমানলৈকে ঘৰুৱা জীৱনত মৃণ পাত্ৰৰ ব্যৱহাৰ বিশেষ আৱশ্যকীয়। বিভিন্ন যুগত বিভিন্ন ঠাইত আৰু বিভিন্ন জাতিৰ মাজত এই মৃণ পাত্ৰৰ ধৰণ, আকৃতি আৰু ৰূপাংকণৰ পাৰ্থক্য যথেষ্ট আছে।

ইয়াৰপৰা সহজে অনুমান কৰিব পাৰি বিভিন্ন দেশ আৰু জাতিৰ মাজত সংহতি স্থাপন কৰা সংস্কৃতি আৰু সভ্যতাৰ আদান-প্ৰদান হোৱা আৰু ইয়াৰ এখন ঠাইৰ ওপৰত আন এখন ঠাইৰ ক্ৰমাগত যুগৰ পাৰ্থক্যতা আৰু সময় নিৰূপণ কৰা ইত্যাদি। সেয়ে মৃণ পাত্ৰই পুৰাতত্ত্বৰ অধ্যয়নত এটা বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা লৈছে।

অসমত মৃণ পাত্ৰৰ তেনেকুৱা কোনো বিজ্ঞানসম্মত অধ্যয়ন হোৱা নাই।



দহপৰ্বতীয়া, চৰাইহাগা পাহাৰ ( মায়াং ), মহাদেৱশাল ( নগাওঁ জিলাৰ অন্তৰ্গত ) আৰু আমবাৰী ( গুৱাহাটী )ত প্ৰাচীন যুগৰ মৃণ পাত্ৰ পোৱা গৈছে। আমবাৰীত উদ্ধাৰ হোৱা মৃণ পাত্ৰসমূহ সন্নিৱিষ্ট কৰি আমবাৰী খননৰ কোনো ধৰণৰ বৃত্তান্ত ( Report ) প্ৰকাশ নোহোৱাত অসমৰ মৃণ পাত্ৰৰ সম্পূৰ্ণ বিজ্ঞানসম্মত অধ্যয়ন সম্ভৱপৰ নহয়।

অসমত বৰ্তমানলৈকে উদ্ধাৰ হোৱা প্ৰাচীন যুগৰ মৃণ পাত্ৰসমূহত কোনো ৰং দিয়া বা অংকণ কৰা ইত্যাদি ধৰণৰ ৰূপাংকণ পোৱা নাযায়। মৃণ পাত্ৰসমূহ ঘূৰণীয়া চকা আৰু হাতেৰে এই দুয়োটা প্ৰণালীৰে নিৰ্ম্মাণ কৰা।

কেইটামান মৃণ পাত্ৰৰ আকৃতি ত্ৰিপুৰা ( জব্বলপুৰ ), টুমেইন ( অশোক নগৰ ) আৰু এৰাণ (বিনা)—মধ্যপ্ৰদেশৰ এই তিনিখন ঠাইত উদ্ধাৰ হোৱা মৃণ পাত্ৰৰ লগত মিল দেখা যায়; কিন্তু পাত্ৰৰ গঠন-প্ৰণালী আৰু মাটিৰ সংমিশ্ৰণ ( পাত্ৰ গঢ়িবলৈ ঠিক কৰা মাটিৰ লগত দিয়া আন বস্তুৰ মিহলি—Fabrie or Texture ) এইবোৰৰ পাৰ্থক্য আছে।

**দেৱ-দেৱতাৰ মূৰ্তি** ( I Cons ): সাধাৰণতে অসমৰ মূৰ্তিসমূহ মূল অধিস্থানত পোৱা নাযায়। কেইটামান শিৱলিংগ আৰু পাহাৰত কটা মূৰ্তিসমূহ মাথোন মূল ঠাইত আছে। বৃত্তান্ত প্ৰকাশ নকৰাকৈ বিভিন্ন ঠাইত সংগ্ৰহ কৰি ৰখা বহু মূৰ্তি আছে। অসম ৰাজ্যিক সংগ্ৰহালয়ে এনেকুৱা বহুমূৰ্তি উদ্ধাৰ কৰি বৰ্তমান চৰকাৰৰ তত্ত্বাৱধানত সংৰক্ষিত কৰি ৰাখিছে।

অসমত পোৱা প্ৰায় সকলোবোৰ মূৰ্তি হিন্দু ধৰ্মৰ বিভিন্ন দেৱ-দেৱতাৰ (Brahmanical Faith), মাত্ৰ কেটামানহে বৌদ্ধ ধৰ্ম্মৰ মূৰ্তি পোৱা গৈছে। অলপতে গোৱালপাৰাৰ ওচৰৰ সূৰ্যপাহাৰৰ গাত খোদিত কৰা জৈন ধৰ্মৰ মূৰ্তিকেইটামান উদ্ধাৰ হোৱা বৃত্তান্ত পোৱা গৈছে; কিন্তু সেইবোৰ প্ৰকৃততে জৈন ধৰ্মৰ হয়নে নহয় নিখুঁতভাৱে চিনাক্ত কৰিব পৰা নাই।

অসমত উদ্ধাৰ হোৱা হিন্দুধৰ্মৰ মূৰ্তিসমূহ তলত দিয়া ধৰণে আমি ভাগ কৰিব পাৰোঁ—

(১) শৈৱ মূৰ্তি : শিৱৰ বিভিন্ন ৰূপ, গণেশ আৰু কাৰ্তিকৰ মূৰ্তি।

(২) বৈষ্ণৱ মূৰ্তি : বিষ্ণুৰ বিভিন্ন ৰূপ, বিষ্ণু অৱতাৰ, লক্ষ্মী আৰু সৰস্বতীৰ মূৰ্তি।

(৩) সূৰ্য মূৰ্তি : সূৰ্যৰ মূৰ্তি, নৱগ্ৰহৰ মূৰ্তি।

(৪) ব্ৰহ্মা মূৰ্তি :

(৫) শক্তি মূৰ্তি : শক্তিৰ বিভিন্ন ৰূপ, মনসাৰ মূৰ্তি।

(৬) অন্যান্য মূৰ্তি—

(১) শৈৱ মূৰ্তি : শিৱ হিন্দু ধৰ্মৰ প্ৰভাৱশালী দেৱতা। হিন্দু ত্ৰিনিটিৰ ভিতৰত শিৱ অন্যতম। শিৱ জীৱৰ প্ৰজনকৰ্তা আৰু তেওঁ যোগ, বাখ্যান, নৃত্যবিদ আদিৰ মূল দেৱতা। তেওঁ পশুপতি, ভূতপতি আৰু ভূতনাথ। তেওঁ মহেশ্বৰ মহাদেৱ আৰু শিৱপ্ৰণাম।

কোল পাৰ্কত শিৱৰ ঈষাণ ৰূপৰ মূৰ্তি পোৱা গৈছে। ইয়াত শিৱৰ দুইবাহু সমপদস্থানক ভংগীত থিয় হোৱা, দুয়োকাষে তেওঁৰ সহচৰ (attendant) আছে।

শিৱৰ লকুলীশ ৰূপ মূৰ্তি দহপৰ্বতীয়াৰ দ্বাৰত পোৱা যায়। লকুলীশ ৰূপ শিৱৰ ২৮তম অৱতাৰ। শিৱৰ গজাসুৰ সংহাৰ মূৰ্তি এটা দেওপাহাৰৰপৰা সংগ্ৰহ কৰি বৰ্তমান গুৱাহাটীৰ সংগ্ৰহালয়ত আছে।

উমা মহেশ্বৰ : উমা মহেশ্বৰ শিৱৰ সৌম্য মূৰ্তি। এইবিধ মূৰ্তি অসমৰ বহু ঠাইত পোৱা গৈছে। এইবোৰ বিশেষকৈ শিলৰ চটাত আৰু পাহাৰৰ গাত কটা।

এই মূৰ্তিসমূহৰ কেইটামানত শিৱ দ্বিভুজৰ আৰু কেইটামান চতুৰ্ভুজৰ। শিৱ ললিতাসন ভংগীত পদ্মপাতত বহি থকা। উমা শিৱৰ কৰঙনত বহি



শিৱৰ ভিত্তিত সাৱতি ধৰা। শিৱৰ এটা হাত উমাৰ স্তনত আৰু তেওঁৰ উৰ্ধলিংগ সুস্পষ্ট। জঁটামুকুট, কুণ্ডল, হাৰ, কেউৰ, কংকণ আৰু নূপুৰ শিৱই পৰিধান কৰিছে। উমাই পৰিধান কৰিছে কৰন্দ-মুকুট, কুণ্ডল, হাৰ, কেউৰ, বলয়, নূপুৰ আৰু কটিবস্ত্ৰ। তেওঁলোকৰ নিজৰ নিজৰ বাহন নন্দী আৰু সিংহ শিলাপট্টৰ তলৰ অংশত আছে। শিলাপট্টৰ ওপৰ অংশৰ সোঁমাজত কীৰ্তিমুখ আৰু দুইকাষে ভৰি থকা ভংগীত বিদ্যাধৰৰ মূৰ্তি।

বুঢ়ী মায়াং পাহাৰৰ গাত কটা উমা মহেশ্বৰৰ মূৰ্তি শিল্পীসুলভ আৰু উচ্চ পৰ্যায়ৰ অলংকৃত। আন এটা উমা মহেশ্বৰ মূৰ্তি কাচশিলা পাহাৰৰ গাত (মায়াং) কটা আছে।

নটৰাজ : নটৰাজৰ অৰ্থ মহান নৃত্যবিদ। নটৰাজৰ মূৰ্তি বামুণীপাহাৰ আৰু গুৱাহাটীত পোৱা গৈছে। আমবাৰী খননত উদ্ধাৰ হোৱা নটৰাজ মূৰ্তিটো দশভুজৰ।

হৰিহৰ : মধ্যযুগত কিছুমান মূৰ্তি দুটা সুকীয়া দেৱ-দেৱতাক একত্ৰিকৰণ কৰি নিৰ্মাণ কৰা হৈছিল। ইয়াৰ অন্তৰালত আছিল দুটা সুকীয়া ধৰ্ম সম্প্ৰদায়ৰ মাজত ঐক্য সৃষ্টি কৰা হৰিহৰৰ মূৰ্তিও ঠিক এনেকুৱা। মূৰ্তিটোৰ আধা অংশ শিৱ আৰু আধা অংশ বিষ্ণু। হৰিহৰৰ মূৰ্তি এটা দেওপানীত পোৱা গৈছে। বৰ্তমান মূৰ্তিটো ৰাজ্যিক সংগ্ৰহালয় গুৱাহাটীত আছে। এই মূৰ্তিটোৱে শিৱ আৰু বিষ্ণুৰ পাৰ্থক্য সুস্পষ্টকৈ নিৰূপণ কৰিছে। সোঁফালৰ অংশ শিৱ আৰু বাঁওফালৰ অংশ বিষ্ণু। শিৱৰ সোঁহাত দুখনত ক্ৰমে ত্ৰিশূল আৰু অক্ষমালা; বিষ্ণুৰ বাঁওহাত দুখনত ক্ৰমে শংখ আৰু চক্ৰ। মূৰৰ সোঁ অংশত জঁটামুকুট আৰু বাঁও অংশত কীৰ্তিমুকুট। কুণ্ডল, হাৰ, উপবীত, বৈজয়ন্তা, কেউৰ, বলয় আৰু নূপুৰ পৰিধান কৰিছে।

এই মূৰ্তিটোৰ গাত তিনিশাৰীৰ অভিলেখ আছে। মূৰ্তিটো নৰম শতিকাৰ।

হৰিহৰৰ সৰু মূৰ্তি দুটা গুৱাহাটী আৰু দেওপানীত পোৱা গৈছে। দেওপানীৰ পৰা পোৱা এই মূৰ্তিটোৰ গাতো অভিলেখ আছে। বৰ্তমান দুয়োটা মূৰ্তি ৰাজ্যিক সংগ্ৰহালয়ত আছে।

**অৰ্ধ নাৰীশ্বৰ :** শিৱ আৰু শক্তিৰ সমন্বয়। মূৰ্তিটোৰ আধা অংশ শিৱ আৰু আধা অংশ গৌৰী। দুয়োৰে শৰীৰৰ পাৰ্থক্য সুস্পষ্ট। দেৱস্থানত (মৌদংগা) এনেকুৱা মূৰ্তি এটা পোৱা হৈছে।

**শিৱলিংগ :** শিৱক আন এটা ৰূপত পূজা কৰা হয়। সেইটো লিংগ ৰূপ। শিৱলিংগৰ লগত যোনীপীঠ বা গৌৰীপট্টা আছে। এই গৌৰীপট্টা বা আসনৰ ওপৰত শিৱলিংগ প্ৰতিষ্ঠা কৰা হয়।

শিৱক লিংগৰূপে পূজা কৰা অতি প্ৰাচীন আৰু বহল। অসমত লিংগৰ প্ৰচলন বৰ বেছি। অসমত তিনি প্ৰকাৰৰ শিৱলিংগ পোৱা যায়।

(১) সমান (Plain) ঘূৰণীয়া।
(২) চতুৰ্মুখ
(৩) পঞ্চমুখ

শিৱলিংগৰ তিনিটা ভাগ। একেবাৰে ওপৰৰ অংশ ঘূৰণীয়া আৰু সমান; মাজৰ অংশ আঠকোণীয়া আৰু তলৰ অংশ চাৰিকোণীয়া। এনেকুৱা শিৱলিংগ অসমত প্ৰচুৰ পৰিমাণে পোৱা যায়।

চতুৰমুখ শিৱলিংগ এটা মাথোন কাহিলীপাৰা (গুৱাহাটী)ত পোৱা হৈছে। এইটো তামৰ। পঞ্চমুখ শিৱলিংগ এটা কেতেকীবাৰীত (তেজপুৰ) পোৱা গৈছে। এই লিংগটোৰ ওপৰৰ অংশ পঞ্চমুখ; বিষ্ণুভাগ বা মধ্যাংশ অষ্টকোণী; ব্ৰহ্মভাগ বা তলৰ অংশ চতুৰকোণী বা চাৰিকোণীয়া। এই লিংগটো যোনী পীঠৰ-পৰা অলপ আঁতৰত বৰ্তমান মাটিত থিয়কৈ ৰখা হৈছে। এইটো প্ৰকাণ্ড শিৱলিংগ। দীঘলে তিনি মিটাৰৰ ওপৰ। ভাৰতত পোৱা শিৱলিংগৰ ভিতৰত এইটো সৰ্ববৃহৎ। আকৌ যোনীপীঠ দীঘলে ৫০৫ চেঃ মিঃ আৰু বহলে ৩৮০ চেঃ মিঃ।

**গণেশৰ মূৰ্তি :**—গণসকলৰ দেৱতা গণেশ। পথত দেৱতাৰ ভিতৰৰ এগৰাকী শ্ৰেষ্ঠ দেৱতা। সিদ্ধিদাতা হিচাপে গণেশক পূজা কৰা হয়।

অসমত শিৱলিংগ আৰু গণেশৰ অসংখ্য মূৰ্তি পোৱা যায়। গণেশৰ মূৰ্তি দ্বাৰা শাখা, চিৰাপট্টি, পাহাৰৰ গাত কটা পোৱা যায়। ইয়াৰ উপৰিও শিলত



কটা সুকীয়া মূৰ্তিও পোৱা যায়। গণেশৰ চাৰিবাহু (চতুৰ্ভুজ) আৰু চাৰিখন হাতত আয়ুধ থাকে ক্ৰমে মদক, পশু কুঠাৰ, ত্ৰিশূল আৰু অক্ষমালা। মূৰটো হাতীৰ, গা মানুহৰ। দাঁত এটা। গণেশৰ বাহন এন্দুৰ।

বৰপুখুৰী পাৰত (তেজপুৰ) গণেশৰ নৃত্য কৰি থকা মূৰ্তি (নৃত্য গণপতি) এটা পোৱা গৈছে। নৃত্যভংগীত থকা গণেশৰ আকৌ তিনিটা মূৰ্তি পোৱা গৈছে। বৰ্তমান দুটা ৰাজ্যিক সংগ্ৰহালয়ত আছে।

**কাৰ্তিকৰ মূৰ্তি :** কাৰ্তিকৰ মূৰ্তি এটা দেৱস্থান (মৌদংগা)ত পোৱা গৈছে। মহাৰাজ লীলা ভংগীত থিয় হৈ থকা, সোঁভৰি বাহন ময়ূৰৰ ওপৰত, সোঁহাতত শূল আৰু বাঁওহাতত সৰু চৰাই এটা। মূৰত কীৰ্তিমুকুট আৰু কুণ্ডল, হাৰ, বলয়, কংকণ, কটিবস্ত্ৰ, ধুতী পৰিধান কৰিছে। কাৰ্তিকৰ এটা মূৰ্তি দহপৰ্বতীয়াৰ দ্বাৰশাখাত আৰু আন এটা বৰ্তমান ৰাজ্যিক সংগ্ৰহালয়ত আছে।

**বৈষ্ণৱ মূৰ্তি :** বিষ্ণু আন এগৰাকী শক্তিশালী দেৱতা। সৃষ্টি, স্থিতি আৰু প্ৰলয় বা ধ্বংসকাৰী, এইবোৰৰ দেৱতা বিষ্ণু। বৰাহ আৰু অগ্নিপুৰাণত বিষ্ণুৰ দশাৱতাৰৰ বৰ্ণনা আছে। আন কিছুমান গ্ৰন্থত বিষ্ণুৰ অৱতাৰ অনেক; কিন্তু বিষ্ণুৰ দশাৱতাৰহে সাধাৰণভাৱে সকলোৱে গ্ৰহণ কৰে। আকৌ বিষ্ণুক ২৪ টা ৰূপত চতুৰবিংশ মূৰ্তি পূজা কৰে। এই চতুৰবিংশ মূৰ্তি তেওঁৰ হাতত থকা আয়ুধৰ ক্ৰম অনুযায়ী বিষ্ণুৰ ২৪ টা ৰূপ নিৰ্ণয় কৰা হৈছে। বিষ্ণুৰ হাতত শংখ, চক্ৰ, গদা আৰু পদ্ম থাকে।

বিষ্ণুৰ সুকীয়া মন্দিৰত স্থাপন কৰাৰ উপৰিও শৈৱ আৰু শক্তিৰ মন্দিৰতো বিশেষ স্থান দিয়া হয়। স্থানক, আসন আৰু শয়ন এই তিনি প্ৰকাৰ বিষ্ণু মূৰ্তি অসমত পোৱা যায়।

বিষ্ণুৰ স্থানক মূৰ্তি এটা দেওপানীৰপৰা সংগ্ৰহ কৰা, বৰ্তমান ৰাজ্যিক সংগ্ৰহালয়ত আছে। এইটো বিষ্ণুৰ ২৪ তম ৰূপ বামন। মূৰ্তিটোৰ পিঠিত চাৰিশাৰী অভিলেখ আছে। এইটো ৯ম শতিকাৰ। বিষ্ণুৰ আন এটা ৰূপ গোবিন্দ, দেওপানীত পোৱা গৈছে। বিষ্ণুৰ শ্ৰীধৰ আৰু ত্ৰিভিক্ৰম ৰূপৰ

মূৰ্ত্তি ক্ৰমে ডবকা, মিকিৰআটি আৰু আকাশীগংগাত, পোৱা গৈছে।

বিষ্ণুপুৰী থান (কাৰৈমাৰী)ত পোৱা বিষ্ণুৰ মূৰ্তি বিশেষভাৱে অলংকৃত আৰু সুশোভিত। ইয়াত বিষ্ণু সম্পদ ভংগীত পদ্মপীঠৰ ওপৰত থিয় হৈ আছে। মূৰত কীৰ্তিমুকুট। কুণ্ডল, বলয়, হাৰ, উপবীত, নূপুৰ, বৈজয়ন্তী, কটিমেখলা, কটিবস্ত্ৰ আৰু উত্তৰেয় পৰিধান কৰিছে। হাতত আয়ুধ ক্ৰমে পদ্ম, গদা, চক্ৰ আৰু শংখ।

লক্ষ্মী আৰু সৰস্বতী তেওঁৰ দুয়োফালে শিলাপট্টৰ তল অংশত ত্ৰিভংগ ভংগীত থিয় হৈ আছে। লক্ষ্মীৰ হাতত পদ্ম আৰু সৰস্বতীৰ হাতত বীণা। আকৌ দুয়োৰে কাষত দুটা সহচৰৰ সৰু মূৰ্তি।

পদ্মপীঠৰ তলত পূৰ্ণকলহ, পত্ৰলতা আৰু পুষ্প। ইয়াৰ তলত গড়ুৰ মূৰ্তি। নিচেই তলত দুটা মূৰ্তি, হাত অঞ্জলি-মুদ্ৰাত আঠুলৈ প্ৰাৰ্থনা কৰি আছে।

জোঙা শিলাপট্টৰ একেবাৰে ওপৰৰ মাজত কীৰ্তিমুখ আৰু দুয়োফালে ভৰি থকা ভংগীত বিদ্যাধৰৰ মূৰ্তি। শিলাপট্টৰ দুয়োকাষে চাৰুল (Horse), হাতী, আন জন্তু আৰু মানুহৰ মূৰ্তি বৰ সুন্দৰকৈ অংকিত কৰিছে।

এই মূৰ্তিটো অসমত পোৱা বিষ্ণু মূৰ্তিসমূহৰ ভিতৰত উৎকৃষ্ট আৰু অলংকৃত। অসমত পূৰ্বভাৰতৰ কলা মূৰ্তি গঠনত চৰম সীমা পোৱা নিদৰ্শন এই মূৰ্তিটো। এইটো একাদশ শতিকাৰ।

এনেকুৱা আন এটা মূৰ্তি বৰপুখুৰীপাৰ (কাৰৈমাৰী)ত পোৱা গৈছে। বাসুদেৱ দেৱালয় (কলিয়াবৰ) ত আন এটা অলংকাৰপূৰ্ণ বিতোপন মূৰ্তি পোৱা গৈছে। শিলাপট্টৰ কাষত চাৰুল (Horse), সৰ্প আদিৰে অতি বিতোপনকৈ অলংকৃত কৰিছে। অধিস্থানৰ তলত অঞ্জলি-মুদ্ৰাত গৰুৰ মূৰ্তি আছে। মূৰ্তিটো কিছু পিছৰকালৰ যেন অনুমান হয়।

বিষ্ণুৰ আসন মূৰ্তি এটা বিষ্ণুপুৰী থান (কাৰৈমাৰী) ত পোৱা গৈছে। এইটো বিষ্ণুৰ দ্বাদশ ৰূপ দামোদৰৰ মূৰ্তি। বহি থকা ভংগী চাই মথুৰাৰ



যোগাসন ভংগীত থকা বিষ্ণুমূৰ্তিৰ লগত মিল দেখা যায়।

গুৱাহাটীৰ ৰাজ্যিক সংগ্ৰহালয়ত থকা বিষ্ণুৰ আসন মূৰ্তিটো তাৎপৰ্যপূৰ্ণ। মূৰ্তিটোৰ চাৰিওফালে সুস্পষ্ট এটা ঘূৰণীয়া প্ৰভামণ্ডলী। এই প্ৰভামণ্ডলীৰ বাহিৰত শিলাপট্টৰ চাৰি কোণত চাৰিটা মূৰ্তি আছে। ওপৰত ক্ৰমে গণেশ আৰু মহিষামৰ্দিনী আৰু তলত ক্ৰমে ব্ৰহ্মা আৰু শিৱৰ মূৰ্তি। সম্ভৱতঃ পঞ্চদেৱতাৰ ভিত্তিত নিৰ্মিত এই মূৰ্তিটো পালসকলৰ ভাস্কৰ্যৰ বিশিষ্ট নিদৰ্শন। এইটো একাদশ-দ্বাদশ-শতিকাৰ।

সৰ্পৰ আদিশেষৰ ওপৰত পদ্মপীঠৰ যোগাসন ভংগীত থকা বিষ্ণুৰ মূৰ্তি এটা পোৱা গৈছে। সাপৰ আঠোটা ফেণা বিষ্ণুৰ মূৰৰ ওপৰত ছত্ৰ হিচাপে আছে।

বিষ্ণুৰ দশাৱতাৰ মূৰ্তি: বিষ্ণুৰ দশাৱতাৰৰ মূৰ্তি থকা শিলাস্তম্ভ, দ্বাৰশাখা, চিৰাপট্টি অসমৰ বিভিন্ন ঠাইত পোৱা গৈছে। ইয়াৰ উপৰিও অৱতাৰৰ সুকীয়া মূৰ্তিও পোৱা যায়।

দেওপানীৰ বৰ্তমানৰ মন্দিৰত সংৰক্ষিত নৰসিংহৰ মূৰ্তিটো বিশেষ তাৎপৰ্যপূৰ্ণ। এই মূৰ্তিটোৰ মূৰটো সিংহৰ আৰু শৰীৰৰ অংশ মানুহ। দ্বিভুজৰ সমভংগ ভংগীত থিয় হৈ থকা, সোঁহাতত ফল, বাঁওহাতত মুঠি বান্ধি আছে। কংকণ, উপবীত, বৈজয়ন্তী, কটিবস্ত্ৰ, ধুতী আৰু উদৰবান্ধ পৰিধান কৰিছে। কেশৰ সুন্দৰ আৰু স্পষ্ট। এইটো দুষ্প্ৰাপ্য মূৰ্তি। এনেকুৱা নিদৰ্শনৰ মূৰ্তি এৰাণ (ERAN), গোৱালিয়ৰ আৰু টিগোৱাৰ নৰসিংহৰ মূৰ্তিৰ লগত মিল দেখা যায়। এই মূৰ্তিটো সপ্তম শতিকামানৰ।

অসমত নৰসিংহৰ মূৰ্তি যথেষ্ট পোৱা গৈছে। মূৰ্তিসমূহত সাধাৰণতে দেখা যায়— সোঁভৰিৰ ওপৰত ভৰ দি থিয় দি থকা, বাওঁভৰি ভাঁজ লগাই সোঁউৰুত ৰখা, তাৰ ওপৰত হিৰণ্যকশিপু শুই থাকে। সমুখৰ হাত দুখনেৰে হিৰণ্যকশিপুৰৰ পেট ফালি থকা দেখুওৱা হয়। হাৰ, বলয়, কংকণ, বৈজয়ন্তী, কটিবস্ত্ৰ পৰিধান কৰে।

**লক্ষ্মী:** লক্ষ্মীৰ মূৰ্তি এটা ৰাজ্যিক সংগ্ৰহালয়ত আছে। ইয়াত লক্ষ্মী দ্বিভংগ

ভংগীত পদ্মপীঠৰ ওপৰত থিয় হৈ থকা, সোঁহাতত পদ্ম আৰু বাঁওহাত কটিহস্ত মুদ্ৰাত। ইয়াত সৰ্বসাধাৰণ অলংকাৰ আৰু কটিবস্ত্ৰ পৰিধান কৰিছে।

**সৰস্বতী ঃ** সৰস্বতীৰ সুকীয়া এটা মূৰ্তি অসমত পোৱা গৈছে। এই মূৰ্তিটো তেজপুৰৰ মিছন স্কুল প্ৰাংগণত আছে।

**সূৰ্যমূৰ্তি ঃ** এসময়ত সূৰ্য পূজাৰ প্ৰচলন যে অসমত আছিল তাৰ নিদৰ্শন অসমত পোৱা সূৰ্যৰ মূৰ্তিসমূহ।

দুই প্ৰকাৰৰ সূৰ্যমূৰ্তি পোৱা যায়। আসন আৰু স্থানক। বিশেষকৈ সূৰ্যৰ স্থানক মূৰ্তি বেছিকৈ পোৱা যায়।

গলচেপা (গহপুৰ)ত পোৱা সুকীয়া সূৰ্যৰ মূৰ্তিটো বিশেষ আকৰ্ষণীয়। চতুৰ্ভুজ এই মূৰ্তিটোৰ তিনিখন বাহু ভগা। সমপদস্থানক ভংগীত থিয় হৈ থকা। সমুখৰ সোঁহাতত অস্পষ্ট আয়ুধ। কীৰ্তিমুখ, কুণ্ডল, হাৰ, বলয় পৰিধান কৰিছে। মূৰ্তিটোৰ মাজৰ অংশ ভগা। বৰ্তমান সেই অংশটো হেৰাইছে।

মূৰ্তিৰ সোঁফালে ছায়া (নিকসস্তা) হাতত চমৰ আৰু পিংগলৰ মূৰ্তি, মুখত ডাড়ি, দুয়ো স্থানক ভংগীত থিয় হৈ আছে। বাঁওফালে মায়া বা বজ্ৰী, সোঁহাত ভৰদমুদ্ৰাত আৰু আন এটা মূৰ্তিৰ হাতত বৰ্গ। দুয়ো স্থানক ভংগীত আছে।

এওঁলোকৰ তলত সোঁফালে উষা আৰু বাঁওফালে প্ৰত্যুষাৰ মূৰ্তি। দুয়োৰে হাতত ধনু-কাঁড়। ধনু-কাঁড় পণ কৰি এন্ধাৰ খেদিছে। সূৰ্য দেৱতাৰ ভৰিৰ তলত সন্ধ্যাৰ মূৰ্তি। শিলাপট্টৰ একেবাৰে তলৰ অংশত অৰুণৰ মূৰ্তি—হাতত ঘোঁৰাৰ লাগাম। সাতোটা ঘোঁৰাই টনা এটা চকাৰ গাড়ী এখন, তেওঁ চলাই আছে।

জোঙা শিলাপট্টৰ ওপৰৰ অংশত কীৰ্তিমুখ আৰু তেওঁৰ দুয়োফালে উৰি থকা বিদ্যাধৰৰ মূৰ্তি। বিদ্যাধৰ মূৰ্তিৰ তলত শিলাপট্টৰ দুয়োকাষত কুম্ভ এটাই



মুখাখন সম্পূৰ্ণকৈ মেলি আছে। মুখৰ ভিতৰত মানুহৰ মূৰ্তি এটা। বাঁওফালে আন এটা কুম্ভৰ ওপৰত অপ্সৰা এগৰাকীয়ে বীণা হাতত লৈ থিয় হৈ আছে।

সূৰ্যৰ আসন মূৰ্তি দহপৰ্বতীয়া আৰু মহামায়া থানত পোৱা গৈছে। সূৰ্য মূৰ্তিৰ উপৰিও নৱগ্ৰহৰ মূৰ্তি পোৱা যায়।

**ব্ৰহ্মাৰ মূৰ্তি ঃ** হিন্দুৰ ত্ৰিণিটিৰ ভিতৰত ব্ৰহ্মা আছে। তেওঁলোক ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ (শিৱ)। গুপ্তযুগৰপৰা ব্ৰহ্মাৰ স্থান ক্ৰমে হ্ৰাস হ'বলৈ ধৰে, আনকি পঞ্চদেৱতাৰ ভিতৰতো ব্ৰহ্মাৰ স্থান নোহোৱা হয়। ব্ৰহ্মাৰ পূজা নিষিদ্ধ।

ব্ৰহ্মাৰ মূৰ্তি অসমত পোৱা যায়। বৰপুখুৰী পাৰ (তেজপুৰ)ত সুকীয়া ব্ৰহ্মাৰ মূৰ্তি এটা পোৱা গৈছে। ইয়াত ব্ৰহ্মা ললিতাসন ভংগীত বিশ্বপদ্মৰ ওপৰত বহি আছে। মুখত তিনিকোণীয়া ডাড়ি। পেট (তুণ্ডিল) সুস্পষ্ট। মূৰ্তিটো চাৰি বাহুৰ। জটামুকুট, হাৰ, উপবীত আৰু কটিবস্ত্ৰ, ধুতী পৰিধান কৰিছে।

ব্ৰহ্মাৰ দুয়োকাষত ক্ৰমে সাৱিত্ৰী আৰু সৰস্বতী ললিতাসন ভংগীত পদ্মপীঠৰ ওপৰত বহি আছে। ব্ৰহ্মাৰ পদ্মপীঠৰ তলত তেওঁৰ বাহন ৰাজহংস আছে।

জোঙা শিলাপট্টৰ ওপৰ অংশত কীৰ্তিমুখ আৰু বিদ্যাধৰৰ মূৰ্তি আছে। ব্ৰহ্মাৰ মূৰ্তিৰ দুইকাষে আৰু ওপৰত পাঁচোটা সৰু সম্ভৱতঃ যোগীৰ মূৰ্তি দেখা যায়। এনেকুৱাকৈ অংকণ কৰা যোগীৰ মূৰ্তি বংগদেশৰ সেন ৰজাসকলৰ ভাস্কৰ্যত সাধাৰণতে পোৱা যায়।

ব্ৰহ্মাৰ স্থানক মূৰ্তি ভগা মন্দিৰ গাঁও (ঢেকীয়াজুলি) কোল পাৰ্ক আৰু আন বহুতো ঠাইত পোৱা যায়।

**শক্তিৰ মূৰ্তি ঃ** শক্তি মূৰ্তিৰ বিকাশ গুপ্তযুগৰপৰা। দুৰ্গাৰ উগ্ৰৰূপ মহিষামৰ্দিনী। এইটো ৰূপ অসম আৰু বংগদেশত জনপ্ৰিয়। দশভুজা মহিষামৰ্দিনীৰ মূৰ্তি চিৰাজুলিৰপৰা সংগ্ৰহ কৰি বৰ্তমান ঢেকিয়াজুলিত ৰখা হৈছে। এনেকুৱা মূৰ্তি হাজো, উলুবাৰী (গুৱাহাটী) সিদ্ধেশ্বৰী মন্দিৰ (শুৱালকুছি)ত পোৱা গৈছে।

পাহাৰৰ গাত কটা কাইষামৰ্দিনীৰ মূৰ্তি ভই পৰ্বত, হাতীমূৰা ( কলিয়াবৰ ), গুৱাহাটীৰ সাতপুখুৰীৰ ওচৰত আৰু কামাখ্যাত পোৱা গৈছে। এই মূৰ্তিসমূহত দুৰ্গা দশভুজা।

চতুৰ্ভুজ দুৰ্গাৰ শান্তৰূপৰ মূৰ্তি এটা দেওপানীত পোৱা গৈছে। আন এটা চতুৰ্ভুজ সিংহবাহিনী দুৰ্গাৰ মূৰ্তি বৰ্তমান ৰাজ্যিক সংগ্ৰহালয় গুৱাহাটীত আছে। মহাকালীৰ মূৰ্তি দেওপানী আৰু কল্যাণী থানত পোৱা গৈছে।

দুৰ্গাৰ ভয় লগা ৰূপ চামুণ্ডা। এই চামুণ্ডাৰ মূৰ্তি ন-ভংগা আৰু কামাখ্যাত পোৱা গৈছে।

**মনসাৰ মূৰ্তি ঃ** সাপৰ দেৱী মনসা। মনসাৰ কেইবাটাও মূৰ্তি পোৱা হৈছে। এই মূৰ্তিবোৰ সৰু আৰু অলংকৃত। এই বিতোপন মূৰ্তিসমূহত সাধাৰণতে দেখা যায় দেৱী পদ্মপীঠৰ ওপৰত ললিতাসন ভংগীত বহি থকা। সোঁহাত ভৰদমূদ্ৰাত ফল লৈ থকা, বাঁওহাতত সাপ এটা। এটা জটামুকুট, কুণ্ডল হাৰ, মালা, বলয়, কংকণ, নূপুৰ, কটিমেখলা, কটিবস্ত্ৰ আৰু উত্তৰেয় পৰিধান কৰা। সাপ এটাৰ সাতোটা ফণা মেলি দেৱীৰ মূৰৰ ওপৰত ছত্ৰ হৈ থকা। জৰতকাৰু আৰু বাসুকীৰ মূৰ্তি দুয়োকাষত পূৰ্ণকলহ আসনৰ তলত। এনেকৈ মূৰ্তিটো অংকণ কৰা পোৱা যায়।

শিলঘাটৰ চাহবাগানত পোৱা মনসাৰ মূৰ্তি এটা বিশেষ মন কৰিবলগীয়া। এই মূৰ্তিটোৰ পদ্মপীঠৰ তলত এটা হাতী আছে। আকৌ পাঁচোটা ফণাৰ সাপ এটা মূৰ্তিৰ মূৰৰ ওপৰত ছত্ৰ হিচাপে আছে।

**অন্যান্য মূৰ্তি ঃ** আঠোটা দিগ্‌পালৰ ভিতৰত ইন্দ্ৰ, অগ্নি আৰু কুবেৰৰ মূৰ্তি পোৱা গৈছে।

**বৌদ্ধমূৰ্তি ঃ** বৌদ্ধমূৰ্তি মাত্ৰ কেইটামানহে অসমত পোৱা গৈছে। পোৰামাটিৰ মূৰ্তি, সুকীয়া শিলৰ চটাট কটা মূৰ্তি আৰু পাহাৰৰ গাত কটা মূৰ্তি এই তিনি প্ৰকাৰৰ বৌদ্ধ মূৰ্তি অসমত পোৱা গৈছে।

বৌদ্ধ মূৰ্তিৰ ভিতৰত 'তাৰা'ৰ মূৰ্তি এটা বুঢ়া মাধৱ দেৱালয় ( প্ৰতাপগড় চাহ বাগানত ) পোৱা গৈছে। মূৰ্তিটো সৰু আৰু বৰ বিতোপন। ইয়াত দেৱী ললিতাসন ভংগীত পদ্মপীঠত বহি আছে। সোঁহাত ভৰদমূদ্ৰাত, বাঁওহাত অভয় মুদ্ৰাত ঠাৰি থকা পদুমৰ কলি এটা হাতেৰে ধৰি আছে। পৰিধানত আছে কৰণ্ড মুকুট, কুণ্ডল, হাৰ, মালা, বলয়, কংকণ, নূপুৰ, কটিবস্ত্ৰ, কটিমেখলা। দুয়োফালে উত্তৰেয় ভৰি থকাৰূপে অংকণ কৰা আছে। সৰু তিৰোতাৰ মূৰ্তি অনুচৰ হিচাপে আছে।



ইয়াত অলংকৃত সত্য খিড়িকী ( Saitya Window ) আছে। পাঁচোটা যোগীৰ মূৰ্তি শিলাপট্টৰ ওপৰৰ অংশত মূৰ্তিটোক আগুৰি আছে। এই যোগীৰ মূৰ্তিকেইটা যোগাসন ভংগীত পদ্মপীঠৰ ওপৰত আছে। এনেকুৱা ব্ৰঞ্জৰ আন এটা মূৰ্তি কাহিলীপাৰাত পোৱা গৈছে।

ভাৰতীয় সংস্কৃতি, স্থাপত্য বিদ্যা আৰু ভাস্কৰ্যৰ নিদৰ্শন পূব সীমা অসম পাইছিল। এইবোৰৰ লগত অসমৰ থলুৱা সংস্কৃতি আৰু কলাৰ সমন্বয়ো ঘটা দেখা যায়! দুয়োটাৰ সমন্বয়ত গঢ়া অসমৰ ভাস্কৰ্য আৰু স্থাপত্য অসমৰ কলাৰ বৈশিষ্ট্য।

o—

ডক্টৰ মোহিনীকুমাৰ শইকীয়াৰ

## ভাষণৰ টোকা

অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন-শীৰ্ষক আলোচনাত অংশগ্ৰহণ কৰি অধ্যক্ষ ড° মোহিনীকুমাৰ শইকীয়াই কয় যে—অসমৰ বুৰঞ্জী আৰু বুৰঞ্জীমূলক ৰচনাৱলীয়ে সম্যকভাৱে অসমৰ সভ্যতা-সংস্কৃতিৰ অধ্যয়ন সামৰিছে বুলি ক'ব নোৱাৰি। চেষ্টা হয়তো কৰা হৈছে; কিন্তু তথাপি প্ৰাক্-আহোম যুগৰ বুৰঞ্জী অধ্যয়ন সন্তোষজনক হৈছে বুলিব নোৱাৰি। বুৰঞ্জী, প্ৰাচীন বুৰঞ্জী নকৈ লিখি উলিয়াব লাগিব। তাৰবাবে অনেক কথালৈকে সমানে চকু দিব লাগিব। অসমৰ নৰকৰ 'ক'ৰ লগত সাদৃশ্য থকা মিছৰীয় শব্দ পোৱা গৈছে, ইৰাকৰ খনন কাৰ্যৰপৰা আমাৰ কাকৈৰ দৰে বস্তু পোৱা গৈছে। সেনপতা আঙঠি আদিৰ প্ৰসংগও উল্লেখযোগ্য। তেনেকৈ গগনা বস্তুটোৰ সদৃশ বস্তুৰে গগনাৰ প্ৰচলনৰ ব্যাপকতাৰ কথা সূচাব পাৰে। শ্ৰীযুক্ত নদীবোৰৰ নামৰ গৱেষণাই নতুন তথ্যৰ যোগান ধৰিব পাৰে। নগাঁৱৰ হোজাই, যোগীজান আদিত অনেক প্ৰাচীন সমল পৰি আছে। বিভিন্ন ঠাইত অনেক মূৰ্তি পৰি আছে; কিন্তু সংগ্ৰাহকৰ অভাৱত সেইবোৰ হয় নিজে নষ্ট হৈছে, নহয় কোনোবাই তাক নি নষ্ট কৰিছে। অসমত গাহৰিৰ ছবি থকা মুদ্ৰাই বৰাহী-কছাৰীসকলৰ ৰাজত্বৰ এটা অধ্যায়ৰ বুৰঞ্জী ক'ব পাৰে। সৰুপথাৰত পোৱা শিলালিপি উল্লেখযোগ্য সম্পদ। এই লিপি হয়তো ৭ম শতিকাৰ হ'ব পাৰে। বৰ্তমান লিপিখন গোলাঘাটৰ দেৱৰাজ ৰয় কলেজত সংৰক্ষণ কৰা হৈছে। সৰুপথাৰ, বৰপথাৰ, চেঙানি সংৰক্ষিত বনাঞ্চল এইঅঞ্চলবোৰত এটা প্ৰাচীন সভ্যতাৰ অনেক ভগ্নস্বাক্ষৰ সিঁচৰিত হৈ পৰি আছে। ডবকা, লংকাৰ পুখুৰী, ৰবকলাৰ যোনিপীঠ, গুহা, হোজাই, যোগীজানৰ শিলৰ কাৰুকাৰ্য আদিয়ে এতিয়াও অধ্যয়নৰ বাবে অপেক্ষা কৰি দিনে দিনে নষ্ট হ'বলৈ ধৰিছে। গোলাঘাট কলেজৰ চৌহদৰ ভিতৰতে এটা হাড়ুৰা (ৰৰটোপৰ বাবে লো-গলোৱা পাত্ৰ) পোৱা গৈছে। গতিকে অসমৰ বিভিন্ন ঠাইত নগৰ-চহৰ, পৰ্বত-পাহাৰ, হাবি-বননিত ইয়াৰ অতীত বুৰঞ্জী সোমাই আছে। কেৱল সেইখিনি উদ্ধাৰ কৰি অধ্যয়ন কৰাৰ ওপৰতে নিৰ্ভৰ কৰিছে আমাৰ ইতিহাস ৰচনাৰ কল্পনাৰ বাস্তৱ ৰূপায়ণ।

—o—

## প্ৰশ্নোত্তৰ প্ৰসংগ :

প্ৰশ্ন : শ্ৰীযতীন গোস্বামী : দপৰ্বতীয়াৰ গঙা যমুনাৰ মূৰ্তিৰ দৰে মূৰ্তি ভাৰতৰ আন ঠাইত আছেনে? এই তোৰণৰ লগত যিটো মন্দিৰ আছিল বুলি কোৱা হয়—তাকেই প্ৰাচীনতম নিদৰ্শন বুলিব পাৰিনেকি?

উত্তৰ : ড° ৰবীন্দ্ৰ দেৱ চৌধুৰী : ভাৰতৰ আন ঠাইত তেনে মূৰ্তি নাই। গুপ্তযুগৰ ভাস্কৰ্যৰ লক্ষণ দেখা যায়। তেনে নিদৰ্শন সাঁচীত দেখা যায়। দপৰ্বতীয় প্ৰাচীনতম নিদৰ্শন নহয়। মধ্যপ্ৰদেশৰ ভিতৰ গাওঁ মন্দিৰটোহে সেইফালৰপৰা এতিয়ালৈকে দেখাৰ ভিতৰত প্ৰাচীনতম। দপৰ্বতীয়াত মূৰ্তিটো তলত আছে; কিন্তু ভিতৰ গাঁও মন্দিৰত ওপৰত আছে।

প্ৰঃ আব্দুছ ছাত্তাৰ : স্বৰ্গীয় ৰাজমোহন নাথে অনেক কষ্ট কৰি লিপি আৰু মূৰ্তিৰ চিত্ৰ সংগ্ৰহ কৰিছিল; এইবোৰ তেওঁৰ বিনা অনুমতিত পিছত ব্যৱহৃত হোৱা দেখা গৈছে।

উত্তৰ : ৰবীন্দ্ৰ দেৱ চৌধুৰী : সেই বিষয়ে মই নাজানো।

প্ৰশ্নঃ শ্ৰীযতীন গোস্বামী : মূৰ্তিৰ সময় কেনেকৈ নিৰূপণ কৰে? শ্ৰীসূৰ্যপাহাৰৰ মূৰ্তি কোন শতিকাৰ হ'ব পাৰে?

উত্তৰ ড: ৰবীন্দ্ৰ দেৱ চৌধুৰী : Style ৰ লগত সংগতি ৰাখিহে মূৰ্তিৰ কাল নিৰূপণ কৰা হয়। শ্ৰীসূৰ্যপাহাৰৰ কোনো বস্তুৱেই দ্বিতীয় শতিকাৰ আগৰ নহয়।

প্ৰশ্ন : শ্ৰীনবীনচন্দ্ৰ গোস্বামী : মূৰ্তিৰ সময় নিৰূপণ কৰিবলৈ কাৰ্বন টেষ্ট্ কৰিছেনে কি?

উত্তৰ ঃ ডঃ ৰবীন্দ্ৰ দেৱ চৌধুৰী ঃ কাৰ্বন টেষ্ট কৰা নাই। ডেৰাডুন, বম্বেৰ টাটা ইন্‌ষ্টিটিউট আদিত হয়। খনন হ'লেহে এই পদ্ধতি অবলম্বন কৰা হয়।

প্ৰশ্ন ঃ শ্ৰীনবীনচন্দ্ৰ গোস্বামী ঃ গুপ্তনে পাল যুগৰ—এই বিভাজনটো কেনেকৈ কৰে ?

উত্তৰ ঃ ডঃ ৰবীন্দ্ৰ দেৱ চৌধুৰী ঃ সেইটো নিৰ্ণয় কৰা হয় ঠাঁচৰ ওপৰত ভিত্তি কৰি।

প্ৰঃ শ্ৰীনগেন শইকীয়া ঃ অসমীয়া স্থাপত্যৰ নিজা এটা স্কুল অৰ্থাৎ ধাৰা আছে বুলি ভাৱেনেকি ?

উত্তৰ ঃ ডঃ নিশিপদ চৌধুৰী ঃ এতিয়ালৈকে তেনে কোনো এটা বিশেষ স্কুলৰ কথা জনা নাযায়।

প্ৰশ্ন ঃ শ্ৰীনগেন শইকীয়া ঃ অসমৰ মন্দিৰৰ গাত থকা কৰ্দৈৰ দৰে সিৰ ভাৰতৰ অন্য ঠাইত আছেনে কি ?

উত্তৰ ঃ ডঃ নিশিপদ চৌধুৰী ঃ তেনেকুৱা দেখা নাই।

প্ৰশ্ন ঃ শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত অধিকাৰ : আমাৰ ইয়াত যিটো সিংহৰ ছবি আছে দেখাত সিংহৰ দৰে নহয়। সিংহ নথকা ঠাইবাবেইহে সিংহৰ ৰূপটো তেনে হ'লনে কি ?

উত্তৰ ঃ ডঃ নিশিপদ চৌধুৰী ঃ প্ৰাচীন স্থাপত্যত আচল সিংহৰ প্ৰতীক নাই।

প্ৰশ্ন ঃ শ্ৰীনগেন শইকীয়া ঃ ঠাঁচ চাই যদি স্থাপত্যৰ কাল নিৰূপণ কৰিব পাৰি, তেনেহলে—পিংগলেশ্বৰ মন্দিৰৰ তলৰ ভেঁটিটোৰ কাল কিমান আগৰ বুলিব পাৰি ?



উত্তৰ ঃ ডঃ ৰবীন্দ্ৰ দেৱ চৌধুৰী ঃ সেই ভেঁটিটোৰ গাঁথনি আহোমপূৰ্ব যুগৰ ; কিন্তু সঠিককৈ সময় নিৰূপিত হোৱা নাই।

মন্তব্য ঃ

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা : কৰাছীত থকা নাগ-শংকৰৰ সাদৃশ্য অসমৰ শিৱসাগৰৰ শিৱ মূৰ্তিত আছে। 'যোগিনীতন্ত্ৰ'ত থকা মন্দিৰৰ বৰ্ণনাকো ভিত্তি কৰি জৰীপ কৰিবলৈ যত্ন কৰিলে অনেক নতুন কথা পোৱা যাব পাৰে।

ডক্টৰ মহেশ্বৰ নেওগ ঃ ডঃ মোহিনীকুমাৰ শইকীয়াই জনসংস্কৃতিৰ ওপৰত নিৰ্ভৰ কৰিও কিছু কথা কৈছে। মৈদাম পিৰামিডৰ গঠনৰ মিল বা আমাৰ মংগল উৰুলি আৰু ইজিপ্তৰ বিয়াৰ উৰুলিৰ সদৃশতাও লক্ষ্য কৰিবলগীয়া কথাই। এইবোৰ ইঠাইৰ প্ৰভাৱত সিঠাইত হোৱানে, নিজৰ নিজৰ ঠাইত বেলেগেই গঢ় লোৱা সেইকথা গৱেষকসকলে বিচাৰ কৰক। 'গগনা' কিন্তু মংগোলীয় বস্তু। তেনেকৈ ডঃ শইকীয়াই উল্লেখ কৰা 'শ্ৰী' শব্দটো অষ্ট্ৰিক ভাষাৰ শব্দহে ; আমাৰ চিৰি লুইত। ইয়াৰ অৰ্থই হ'ল পানী।

শ্ৰীতীৰ্থনাথ শৰ্মা ঃ অসমৰ ভৌগোলিক ইতিহাসৰ অধ্যয়ন অতি আৱশ্যকীয় কথা। প্ৰাচীন কাল, মধ্যযুগ—এই দুয়োটা সময়ৰে বেলেগ বেলেগ ভাগত অসমৰ ভৌগোলিক সীমা কিমান দূৰলৈকে কেনেভাৱে আছিল নিৰ্ণয় কৰা দৰকাৰ। এনেবোৰ বিষয়ত আমাক এতিয়ালৈকে সম্যক চিত্ৰ কোনেও দিব পাৰিছে বুলি ভাৱিব পৰা নাই। প্ৰস্তৰ যুগৰ জনবসতিপূৰ্ণ অঞ্চলবোৰৰ অৱস্থান আৰু সিবোৰৰ নাম, সীমা আদিৰ নিৰূপণ কৰিব পাৰিলে অনেক তথ্যই পোৱা যাব পাৰে। ভূগোল বিদ্যাৰ পণ্ডিতসকলৰ লগত পুৰাতত্ত্বৰ পণ্ডিতসকলে এনেবোৰ বিষয়ত আলোচনা কৰি অধ্যয়ন কৰিলে কিছু ফল পোৱা যাব পাৰে।

শ্ৰীতোলনচন্দ্ৰ শইকীয়া ঃ ডঃ মোহিনীকুমাৰ শইকীয়াই বৰকলা নগাঁৱত বুলি কৈছে ; কিন্তু গড়গাঁৱৰ ওচৰতো এখন বৰকলা আছে। বুৰঞ্জীয়ে নজনা কথাৰ অনেক সন্তেদ দিব পাৰে যদি উলিয়াই ল'ব পাৰি।

ঠাইৰ নামৰ আঁৰত একো একোটা বুৰঞ্জী সোমাই থাকে। আকৌ প্ৰত্যেক অঞ্চলৰে বিভিন্ন সৰু সৰু অঞ্চলবোৰৰ লগতো বুৰঞ্জী জড়িত হৈ থাকে।

শ্ৰীবিজয়ভূষণ হাজৰিকা : অসমৰ বুৰঞ্জী আৰু বুৰঞ্জীমূলক ৰচনাৱলীয়ে সম্যকভাৱে অসমৰ সভ্যতা-সংস্কৃতিৰ ইতিহাস সামৰিব পৰা নাই। ড° সূৰ্যকুমাৰ ভূঞাৰ পিছত সেই ঠাই পূৰ হোৱা নাই। লিপিৰ অধ্যয়নৰ অনেক ত্ৰুটী-বিচ্যুতি আছে। ডঃ প্ৰতাপচন্দ্ৰ চৌধুৰীৰ পাঠৰ লগত ৰাজমোহন নাথৰ পাঠৰ অমিল দেখা যায়। তদুপৰি অসমত লিপিবিজ্ঞান, মুদ্ৰাবিজ্ঞান, পাঠোদ্ধাৰ বিজ্ঞানৰ চৰ্চা আৰু অধ্যয়ন হোৱা নাই। অসমৰ বিশ্ববিদ্যালয় দুটাত এই বিষয়ে চৰ্চাৰ সুবিধা হ'ব বুলি ভাৱোঁ। আমাৰ উপযুক্ত যথেষ্ট সংখ্যক গৱেষক নাই। ভীত্মক নগৰত গৱেষণাৰ সম্বল আছে; কিন্তু প্ৰশাসনীয় অসুবিধাৰ বাবে হয়তো সম্পূৰ্ণ সুযোগ ল'ব পৰা হোৱা নাই। তদুপৰি আমবাৰী, সূৰ্যপাহাৰ, আনকি কামাখ্যা সম্পৰ্কেও বিস্তৃত গৱেষণাৰ থল আছে। খনন কাৰ্য যথাযথভাৱে কৰিব পাৰিলে বহুত কথাই পোহৰলৈ আহিব। অসমত বৌদ্ধ ধৰ্মৰ প্ৰভাৱৰ কিছু আওপকীয়া প্ৰমাণ এতিয়াও আছে। ভালকৈ সংগ্ৰহ আৰু অধ্যয়নৰ ওপৰত এই বিষয়ে সঠিক হোৱাটো নিৰ্ভৰ কৰিব। অসমৰ বিভিন্ন ঠাইৰ শিক্ষিত লোকসকলেও সন্ধেদ দিব লাগিব— স্থানীয় কোনো প্ৰাচীন সম্পদৰ। সিবোৰৰ তুলনামূলক; বিস্তৃত অধ্যয়নৰ বাবে গৱেষকসকল ওলাই আহিব লাগিব। তেহে অসমৰ বুৰঞ্জীৰ এটি পূৰ্ণৰূপ পোৱা যাব পাৰে।

—o—



## বুৰঞ্জী আৰু পুৰাতত্ত্ব অধ্যয়নশীৰ্ষক আলোচনা-চক্ৰৰ সঞ্চালক ডক্টৰ প্ৰতাপচন্দ্ৰ চৌধুৰীৰ ভাষণৰ টোকা

[ অসমৰ তৃতীয় লেখক-শিবিৰৰ প্ৰথম আলোচ্য বিষয় 'অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্বৰ অধ্যয়ন' শীৰ্ষক আলোচনা-চক্ৰ সঞ্চালন কৰে অসমৰ এগৰাকী খ্যাতনামা গৱেষক পণ্ডিত, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ বুৰঞ্জী বিভাগৰ মুৰব্বী অধ্যাপক ডক্টৰ প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে। ]

সঞ্চালকৰ ভাষণত ডক্টৰ প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে অসমৰ বুৰঞ্জী অধ্যয়ন সম্পৰ্কে এতিয়ালৈকে হোৱা আৰু এই পৰ্যন্ত নোহোৱা; কিন্তু হ'বলগীয়া অধ্যয়নৰ উল্লেখ কৰি কয়—বুৰঞ্জী বিষয়টো বৰ ব্যাপক আৰু বৰ গুৰুত্বপূৰ্ণ। ই একোখন দেশৰ, একোটা জাতিৰ সকলো দিশ সামৰি লয়। কি ৰাজনীতি, কি অৰ্থনীতি, কি ধৰ্মনীতি, সংস্কৃতি-সভ্যতা, শিক্ষা, বেহা-বেপাৰ, ভাস্কৰ্য, স্থাপত্য, পুথি-পত্ৰ, পুথি-পত্ৰ লিখাৰ সামগ্ৰী, ঘৰ-দুৱাৰ, সাজ-পাৰ, আ-অলংকাৰ—মুঠতে এনে এটা বিষয় নাই—যিটো বুৰঞ্জীৰ পৰিসৰৰ ভিতৰত নপৰে। অসম বুৰঞ্জী অধ্যয়নৰ ক্ষেত্ৰতো দৃষ্টি বহল আৰু সূক্ষ্ম কৰি ল'ব লাগিব। অসমৰ ইতিহাস সম্পৰ্কে যি গৱেষণা, আলোচনা আদি হৈছে—সেইবোৰ কিমান দূৰলৈকে নিখুঁত হৈছে চোৱাৰ দৰ্কাৰ আছে।

মানুহৰ সভ্যতা বা সংস্কৃতিৰ ধাৰাটো সময়-নিৰপেক্ষ। সি নিৰৱচ্ছিন্নভাৱে বাগৰি আহি থাকোঁতে ন ন সমল গ্ৰহণ কৰি আৰু কিছু বৰ্জন কৰি আহি থাকে। গতিকে যুগবিভাগ কৰাটো বা সময় নিৰূপণ কৰাটো সহজ কথা নহয়। যিবোৰ প্ৰত্নতাত্ত্বিক সমল পোৱা যায় বা তাম্ৰলিপি, শিলালিপি আদি যিবোৰ সম্বল পোৱা যায়—ইয়াৰ মাজত বুৰঞ্জীৰ পূৰ্বাভাসহে থাকে। এইবোৰ আৰু এইবোৰৰ সমপৰ্যায়ৰ অন্যান্য সামগ্ৰীৰ উদ্ধাৰ আৰু অধ্যয়নৰ-দ্বাৰাহে তাৰ মাজৰ বুৰঞ্জী উদ্ধাৰ কৰিব পৰা যাব পাৰে। গতিকে যিবোৰ সামগ্ৰী পোৱা যায়—সেইবোৰৰ অধ্যয়ন নিখুঁত হ'ব লাগিব। উদাহৰণ-স্বৰূপে তাম্ৰলিপি বা শিলালিপিৰ কথাকে ক'ব পাৰি। পাঠ উদ্ধাৰৰ প্ৰমাদ

ঘটিলে তাৰপৰা সুফলতো পোৱা নাযায়েই, বৰং কুফল লাভৰহে আশংকা থাকে। স্বৰ্গীয় ৰাজমোহন নাথে কিছু কাম কৰি গৈছে ; কিন্তু তেওঁ 'গছতল লিপি'ৰ তাৰিখ উল্লেখ কৰা নাই। গতিকে সেই পাঠ অসম্পূৰ্ণ হৈ থাকিল। আমবাৰীত ওলোৱা সামগ্ৰীয়ে অনেক নতুন কথাৰ সন্তেদ দিছে। পালবংশ এটা শতিকাত শেষ হোৱা নাই—তাৰো প্ৰমাণ অসমবাসীয়ে অপ্ৰত্যক্ষভাৱে দিছে। তদুপৰি আমবাৰীৰ লিপিয়ে অসমীয়া গদ্যৰ ইতিহাসক কেইবাশতিকাও আগলৈ লৈ গ'ল। ভট্টদেৱৰ কথাগীতা, কথাভাগৱতৰ গদ্যৰ আগৰ নিদৰ্শন আমবাৰীৰ লিপি। কোন ৰজাই লিখোৱা লিপি সেইটো নিৰ্ণয় কৰিব পাৰিলে একেবাৰে সঠিক সময় নিৰূপণ কৰিবপৰা হ'ব।

অসমত কিছু প্ৰাচীন মোহৰ পোৱা গৈছে ; কিন্তু উপযুক্তভাৱে সন্ধান কৰিব পাৰিলে, খনন কাৰ্য কৰিব পাৰিলে আৰু অনেক মোহৰ বা সদৃশ সামগ্ৰী পোৱা যাব পাৰে। মোহৰৰ বিশেষ অধ্যয়ন আজি-কালি একোটা বিষয় হৈ পৰিছে। লিপিতত্ত্ব, পাঠোদ্ধাৰ বিজ্ঞানৰ দৰে মুদ্ৰাতত্ত্বও এটা বিশেষ অধ্যয়নৰ বিষয়। এই বিষয়ৰ অধ্যয়ন কৰা লোকৰ অভাৱ। লিপি-সমূহৰ উদ্ধাৰৰ ওপৰত আমাৰ বুৰঞ্জীৰ পুনৰ্নিৰ্মাণ নিৰ্ভৰ কৰিছে। তেনে লিপি প্ৰাচীনেই হওক বা অৰ্বাচীনেই হওক সংগ্ৰহ কৰা উচিত। তদুপৰি স্থাপত্যৰ সংৰক্ষণ, খনন, সংগ্ৰহৰ ওপৰতো অনেক কথাই নিৰ্ভৰশীল। প্ৰাচীন স্থাপত্যৰ অধ্যয়নৰ বাবেও বিশেষ যত্নৰ আৱশ্যক। আমাৰ পূৰ্বৰ আৰু পশ্চিমৰ কোন ঠাইৰ স্থাপত্য আৰু ভাস্কৰ্যৰ কিমানখিনি সদৃশতা আছে তাক জানিলেহে সেই স্থাপত্য বা ভাস্কৰ্যৰ চৰিত্ৰ চিহ্নিত কৰিব পৰা হ'ব। গতিকে পুৰণি সামগ্ৰী পালেই নহ'ব—তাক অধ্যয়ন কৰি আনুমানিক সময় উলিয়াবলৈ যত্ন ল'ব লাগিব। একোটা মন্দিৰত কেইবাটাও শতিকাৰ ভাস্কৰ্য লগ হৈ থাকিব পাৰে। সময় অনুসৰি তাৰ সংস্কাৰ সাধিত হ'ব পাৰে। কোনো শাসকৰ দিনত বিভিন্ন ধৰ্মৰ প্ৰভাৱো একেলগে সোমাব পাৰে, বা পৰিব পাৰে। আহোম ৰজাৰ দিনত সজোৱা শিৱসাগৰৰ শিৱদৌল, বিষ্ণুদৌল, দেৱীদৌলে ধৰ্মীয় সমতাৰ ইংগিত নিদিয়াকৈ নাথাকে। প্ৰত্নতাত্ত্বিক সমলসমূহক ধৰ্মীয় আৰু ধৰ্মনিৰপেক্ষ দুটা ভাগত ভগাব পাৰি। অসমৰ প্ৰত্নতাত্ত্বিক সমলসমূহ চিহ্নিত কৰোঁতেও সেই কথা পাহৰিব নালাগিব।

তেজপুৰৰ প্ৰাচীন ভাস্কৰ্য আৰু স্থাপত্য— বিশেষকৈ দ-পৰ্বতীয়াৰ তোৰণ



আৰু তাত থকা গংগা-যমুনাৰ মূৰ্তিৰ দৰে লাৱণ্যযুক্ত মূৰ্তি ভাৰতৰ কম ঠাইতেই পোৱা গৈছে। ইয়াৰ উপৰিও চৰাইদেউৰপৰা গুৱাহাটীলৈকে— অসমৰ ৰাজনৈতিক ইতিহাসৰ কেন্দ্ৰবোৰত উপযুক্তভাৱে খনন কাৰ্য কৰিলে, যথাযথভাৱে জৰীপ কৰিলে বহুতো তথ্য-পাতিৰ সামগ্ৰী পোৱা যাব পাৰে। গুৱাহাটী মহানগৰীত য'তে উপযুক্তভাৱে খনন কাৰ্য কৰিব, তাতেই কিবা নহয় কিবা এটা পুৰাতাত্ত্বিক সমল পোৱা যাব ; কিন্তু বৰ্তমান গুৱাহাটী ক্ৰমাৎ অট্টালিকাৰ অৰণ্য হ'বলৈ আৰম্ভ কৰিছে। খননৰ উপৰিও অসমৰ নৈ, পৰ্বত, ঠাই আদিৰ নাম আৰু নামৰ ইতিবৃত্ত বিজ্ঞানসন্মতভাৱে সংকলন কৰিব পাৰিলে— তাৰপৰাও বহুতো কথাৰ আভাস পোৱা যাব। সময়ে পুৰণি নামবোৰ নষ্ট কৰি পেলাব, যদি সময় থাকোঁতেই সেই নামৰ ইতিবৃত্ত সংগ্ৰহ কৰা নহয়।

অসমৰ এখন পূৰ্ণাংগ ৰাজনৈতিক-সাংস্কৃতিক বুৰঞ্জী লাগে। অসম প্ৰকাশন পৰিষদে লোৱা আঁচনি সফল হ'লে— এটা অভাৱ পূৰ হ'ব বুলি ভাবিব পাৰি। এই সম্পৰ্কত অনেক প্ৰশ্ন আৰু সম্ভাব্য উত্তৰৰ ভিতৰত মোৰ মনত খেলাই আছে ; অৱশ্যে এতিয়াও প্ৰমাণ কৰিবলৈ বাকী আছে, যে— 'নৃপশাক' শব্দটোৱে ভাস্কৰবৰ্মাৰ দিনৰ শকাব্দ বুজাইছে আৰু ইয়াক 'ভাস্কৰাব্দ' বুলিব পাৰি। বেংগলত যিটো 'বংগীয় শকাব্দ' বুলি চলোৱা হৈছে, সেইটো আচলতে ভাস্কৰাব্দৰ বাহিৰে আন একো নহয়। কিন্তু বুৰঞ্জী সংকলন কৰা বৰ দুঃসাধ্য কাম। প্ৰথমেই বুৰঞ্জীকাৰ হ'ব লাগিব— সত্যাশ্ৰয়ী। তেওঁ হ'ব লাগিব— বিভিন্ন বিষয়ৰ ব্যাপক জ্ঞান থকা লোক। কোনো কথা প্ৰমাণ নোহোৱাকৈ ধাৰণাত লিখিব নালাগিব আৰু তেওঁৰ কোনো আন বিশেষ উদ্দেশ্য থাকিব নালাগিব।

ড' চৌধুৰীয়ে কয়— অসম সাহিত্য সভাই বাৰ্ষিক অধিৱেশনৰ লগত বুৰঞ্জী সন্মিলন আয়োজন কৰি আহিছে। এতিয়া লেখক-শিৱিৰৰ আয়োজন কৰি অসমৰ বুৰঞ্জী অধ্যয়নৰ পাতনি মেলাটো বৰ প্ৰয়োজনীয় কাম হৈছে। আমাৰ বুৰঞ্জীবিদসকলে ভ্ৰান্ত ধাৰণা ত্যাগ কৰি বিজ্ঞানসন্মত দৃষ্টিভংগীৰে জাতীয় জীৱনৰ বুৰঞ্জীৰ অধ্যয়ন আৰু পুনৰ্নিৰ্মাণ কৰিবলৈ আগবাঢ়ি অহাটো বাঞ্ছনীয়।

—০—

## সাহিত্য আৰু সাহিত্য-সমালোচনাৰ ধাৰা

১। সাহিত্যৰ প্ৰধান লক্ষ্য ৰসনিৰূপণ বক্তব্য প্ৰকাশ ?

২। সাহিত্য-সমালোচনাৰ কোনটো ধাৰা গ্ৰহণযোগ্য বুলি ভাবে ?

৩। সাহিত্য-সমালোচনা—নন্দনতত্ত্বভিত্তিতনে সমাজতত্ত্বভিত্তিত প্ৰতিষ্ঠিত হোৱা উচিত ?

৪। আপোনাৰ প্ৰিয় সাহিত্য-সমালোচক কোন আৰু কিয় ?

৫। অসমীয়া সাহিত্যত আৰু সাহিত্য-সমালোচনাৰ ধাৰাত এহাতে নান্দনিক আৰু সমাজতাত্বিক দৃষ্টিভংগীৰ দুটা ধাৰা সম্প্ৰতি প্ৰৱাহিত হৈছে বুলি নাভাবেনে ?

৬। এই দুয়োটা ধাৰাৰ দোষ-গুণ সম্পৰ্কে আপোনাৰ ধাৰণা কি ? কোনটো ধাৰা গ্ৰহণযোগ্য বুলি ভাবে ?

৭। অসমীয়া সাহিত্যৰ ইতিহাস সমালোচনামূলক ভিত্তিত ৰচিত হ'ব লাগে বুলি ভাবেনে ?

৮। সাহিত্য আৰু সাহিত্য-সমালোচনা সম্পৰ্কে আপোনাৰ বক্তব্য ?

—০—

ড° গোবিন্দপ্ৰসাদ শৰ্মা

## সাহিত্য আৰু সমালোচনা

### অসমীয়া সাহিত্যৰ উল্লিখনসহ

ছাত্ৰৰ প্ৰয়োজনীয়তাৰ কথা মনত ৰাখি ৰচনা কৰা সাহিত্য আৰু সমালোচনা বিষয়ক আলোচনাৰ পুথি অসমীয়া সাহিত্যত তাকৰ বুলিব নোৱাৰি। ইয়াৰ উপৰিও সাহিত্য আৰু সমালোচনাৰ তত্ত্বৰ উচ্চ পৰ্যায়ৰ আলোচনাৰ পুথিও আমাৰ একেবাৰে নোহোৱা নহয়। এই বিষয়ত বিশেষকৈ ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'কাব্য আৰু অভিব্যঞ্জনা', উমাকান্ত শৰ্মাৰ 'কাব্যভূমি' আৰু ত্ৰৈলোক্যনাথ গোস্বামীৰ 'সাহিত্য আলোচনা' নামৰ গ্ৰন্থকেইখনৰ নাম আমি ল'ব পাৰোঁ। আমাৰ সাহিত্যত যোগ্যজনৰদ্বাৰা লিখিত সাহিত্য আৰু সমালোচনা তত্ত্বৰ এনে পুথি আছেই যেতিয়া, সাহিত্য আৰু সমালোচনাৰ পৰিচয়জ্ঞাপক বা সাধাৰণ লক্ষণৰ আলোচনামূলক এটি প্ৰবন্ধৰ, আৰু প্ৰয়োজন আছে বুলি মই নাভাৱোঁ। এই প্ৰবন্ধত সেয়েহে সাহিত্য আৰু সমালোচনাৰ সাধাৰণ লক্ষণসমূহৰ আলোচনাত আৱদ্ধ নাথাকি সেইবোৰৰ গোটাদিয়েক বিশিষ্ট লক্ষণৰ আলোচনালৈ যাম। অৰ্থাৎ বিশিষ্ট বা উচ্চ মানবিশিষ্ট সাহিত্য আৰু সমালোচনা কি, তাৰ আলোচনাই হ'ব এই প্ৰবন্ধৰ বিষয়বস্তু।

প্ৰথমতে সাহিত্যৰ কথালৈকেই আহোঁহঁক। সাহিত্য কি অৰ্থাৎ উচ্চ মানদণ্ডৰ সাহিত্য কি, এই প্ৰশ্নৰ উত্তৰত বোধহয় আমি ক'ব পাৰোঁ যে এটা জাতিৰ যি আদৰ্শ, যি চিন্তাধাৰা, যি মানৱীয় সচেতনতা, ভাষাৰ মাধ্যমত তাৰ সুখকৰ প্ৰকাশেই হ'ল সাহিত্য। ভাল সাহিত্য সদায় মানুহৰ আদৰ্শৰ বা চিন্তাধাৰাৰ বাহক, মানুহৰ সচেতনতাৰ প্ৰকাশ। অৱশ্যে মানুহ সদায় এটা যুগ আৰু এখন সমাজত বাস কৰে। গতিকে মানুহৰ চিন্তাধাৰা আৰু আদৰ্শ বুলি ক'লে স্বাভাবিকতে কোনো জনসমষ্টিৰ এটা নিৰ্দিষ্ট কালৰ ভাৱ, আদৰ্শ, সচেতনতা, আদিকেই বুজায়, অৰ্থাৎ সাহিত্য কেৱল মাত্ৰ

ব্যক্তিগত চিন্তাৰ, আদৰ্শৰ বা সচেতনতাৰ প্ৰকাশ নহয়; কিন্তু আমি সকলোৱে জানোঁ যে কি কবিতাত, কি নাটকত, কি উপন্যাসত—সাহিত্যৰ সকলো দিশতেই এইবোৰ কোনো লোকৰ ব্যক্তিগত চিন্তা, আদৰ্শ, চেতনা হিচাপেই প্ৰকাশ পায়। সেয়ে হ'লেও, উচ্চ মানদণ্ডৰ সাহিত্যৰ বৈশিষ্ট্যই এই যে ব্যক্তিগত চিন্তা, আদৰ্শ, চেতনা হিচাপে প্ৰকাশ পোৱা সেই চিন্তা, আদৰ্শ চেতনা সমসাময়িক কালৰ সমগ্ৰ জাতিটোৰ বা জনসমষ্টিৰ চিন্তা, আদৰ্শ আৰু সচেতনতা হিচাপে ধৰা দিয়ে। অকল সেয়ে নহয়, সাহিত্যই প্ৰকাশ কৰা চিন্তাধাৰা, আদৰ্শ সচেতনতাই শেহান্তৰত ব্যক্তিৰ, জাতিৰ আৰু যুগৰ গণ্ডীৰপৰা উধাও হৈ সৰ্বলোকৰ, সৰ্বজাতিৰ আৰু সৰ্বযুগৰ ভাৱধাৰা, আদৰ্শ আৰু সচেতনতা হিচাপে ধৰা দিয়ে। এই পৰ্যায়লৈ উধাও হলেই সাহিত্য হৈ পৰে ক্লাচিক্ সাহিত্য— যুগোত্তীৰ্ণ সাহিত্য।

উচ্চ মানদণ্ডৰ সাহিত্য সম্পৰ্কে মেথ্যু আৰ্নল্ডেও কৈছে "... in literature, ... ... the elements with which the creative power works are ideas; the best ideas on every matter which literature touches, current at the time".[১] ইয়াত আৰ্নল্ডে সাহিত্যিকৰ নিজৰ যুগত যি চিন্তাৰাশি প্ৰচলিত থাকে তাৰে উৎকৃষ্ট চিন্তাৰাশিক লৈয়েই সাহিত্য বুলি মত প্ৰকাশ কৰিছে। যুগৰ বা সমাজৰ ঘটনাৱলী আৰু তাৰ পিছ-পিনৰ ভাৱধাৰা বা আদৰ্শৰ নগ্ন বা পোনপটীয়া প্ৰকাশেই সাহিত্য অৱশ্যে নহয়। আৰ্নল্ডেও সেই কথা কোৱা নাই। সেইদৰে, দাৰ্শনিকে কৰাৰ দৰে সাহিত্যিকেও যুগটোৰ বা সমসাময়িক সমাজখনৰ চিন্তা বা আদৰ্শৰ যুক্তিনিষ্ঠ ব্যাখ্যা বা বিশ্লেষণো নকৰে। যুগটোৰ ভাৱধাৰা বা প্ৰমূল্যসমূহ সাহিত্যত সাহিত্যিক ৰূপতেই নিশ্চয় প্ৰকাশ পাব লাগিব। অৰ্থাৎ সাহিত্যিকৰ ৰচনাত যুগটোৰ চিন্তাৰাশি বা প্ৰমূল্যসমূহ প্ৰকাশ পাব কলাৰ আকাৰত এটি সংশ্লেষিত ৰূপত। আৰ্নল্ডৰ ভাষাৰেই "The grand work of literature is a work of synthesis and exposition, not of analysis and discovery.[২]"

[১] মেথ্যু আৰ্নল্ড, এচে'জ্ ইন্ ক্ৰিটিচিজ্‌ম্, ফাৰ্ষ্ট্ চিৰিজ্, মেক্‌মিলান্ এণ্ড্ কোং, লণ্ডন, ১৮৯৬ সংস্কৰণ, পৃ, ৫

[২] পূৰ্বোক্ত গ্ৰন্থ—পৃঃ ৫



এইখিনিতে আৰু এটা প্ৰশ্ন উঠে। উচ্চ মানদণ্ডৰ সাহিত্যই এটি যুগৰ বা এখন সমাজৰ ভাৱধাৰা প্ৰকাশ কৰে বাবে, এই সাহিত্য সদায় দাৰ্শনিক, ৰাজনৈতিক বা ধাৰ্মিক ভাৱৰ প্ৰচাৰমাধ্যম হ'ব লাগিবনে কি? ইয়াৰ উত্তৰ দৰাচলতে সাহিত্য যে ভাৱধাৰাৰ সংশ্লেষিত ৰূপহে, সেই কথা উনুকিয়াওঁতেই দি অহা হৈছে। যুগটোৰ বা সমাজখনৰ ধ্যান-ধাৰণাৰ যি নিৰ্যাস, যুগটোত বা সমাজখনত মানুহৰ তাৎপৰ্যপূৰ্ণ অভিজ্ঞতাবোৰৰ ভিত্তিত গঢ় লোৱা প্ৰমূল্যসমূহৰ যি সাৰবস্তু, তাৰ সুখকৰ কলাসুলভ প্ৰকাশহে সাহিত্য। যুগটোৰ ভাৱধাৰা বা আদৰ্শ সাহিত্যত প্ৰকাশিত হ'লে, অৰ্থাৎ সেই ভাৱধাৰা বা সাহিত্যিক কলা-কৌশলৰ সৈতে ৰাসায়নিক সংযোগ ঘটিলে, আদৰ্শৰ প্ৰকাশৰ উপৰুৱা দৃষ্টিত সেই ভাৱধাৰা বা চিন্তা ধৰা পেলোৱা টান হৈ পৰে। কথাটো এটি উদাহৰণেৰে বুজাই দিয়া যাওক। ডিফোৰ 'ৰবিন্‌চন্ ক্ৰুচো' উপন্যাসখনৰ কথা আমি সকলোৱে জানো। নিজৰ দেশৰপৰা, জনসমাজৰপৰা বহুতো আঁতৰৰ জনপ্ৰাণীহীন এটি মহাসমুদ্ৰৰ মাজৰ দ্বীপত ৰবিন্‌চন্ ক্ৰুচো কেনেকৈ ২৭ বছৰ কাল আৱদ্ধ হৈ থাকিবলগীয়া হৈছিল আৰু প্ৰথম ঘৰ এৰি যোৱা সময়ৰপৰা ৩৫ বছৰৰ পিছত তেওঁ কেনেকৈ ঘৰলৈ উভতি আহিছিল, এই উপন্যাস তাৰে কাহিনী। জনপ্ৰাণীহীন এটি দ্বীপত ২৭ বছৰ কাল অতিবাহিত কৰা আৰু নিজৰ দেশ এৰি, সমাজ এৰি জীৱনৰ ৩৫ বছৰ কাল অৰ্থাৎ সাধাৰণ মানুহৰ বাবে অভিজ্ঞতা সঞ্চয় কৰিব পৰা প্ৰায় গোটেইছোৱা কাল সাগৰৰ মাজত কটোৱা এই কাহিনীত এটি যুগৰ এখন সমাজৰ ভাৱধাৰা বা প্ৰমূল্যসমূহৰ প্ৰকাশ ঘটিব পাৰে বুলি কিতাপখনৰ উপৰুৱা অধ্যয়নেৰে অৱশ্যে ধৰিব নোৱাৰি। তথাপি ইয়াত ডেনিয়েল ডিফোৰ যুগটোৰ অৰ্থাৎ অষ্টাদশ শতাব্দীৰ আদি ভাগৰ ইংলেণ্ডৰ সমাজখনৰ ভাৱধাৰা আৰু প্ৰমূল্যসমূহেই প্ৰকাশিত হৈছে। পূৰ্বৰ সামন্তবাদী সভ্যতাৰ ঠাইত অষ্টাদশ শতাব্দীৰ আৰম্ভনিতে ইংলেণ্ডত যি মধ্যবিত্ত বণিক আৰু ঔদ্যোগিক সভ্যতা গঢ়ি উঠিছিল সেই সভ্যতাত গা-কৰি উঠা যি ব্যক্তিবাদী আদৰ্শ (Individualism) আৰু বাণিজ্যিক বা বিত্তীয় ভাৱধাৰা, এই উপন্যাসখনত আচলতে সেয়েই প্ৰকাশ হৈছে।[৩] সেইদৰে ছেক্‌শপীয়েৰৰ নাটকসমূহো আনকি তেওঁৰ সমসাময়িক যুগ আৰু সমাজখনৰ ভাৱ, চিন্তা আৰু আদৰ্শৰহে প্ৰকাশ,

[৩] দ্ৰষ্টব্য: আইয়ান্ ওৱাট্, ডি ৰাইজ্ অব ডি নভেল, চোটো এণ্ড উইণ্ডচ্, লণ্ডন, ১৯৬৩ সংস্কৰণ, ৩য় অধ্যায়

যদিও বা ছেক্‌চপীয়েৰৰ নাটকসমূহত সমসাময়িক ঘটনা বা কাৰ্যৰ চিত্ৰণ থকা দুৰৈৰ কথা, সেইবোৰৰ উল্লেখো আনকি প্ৰত্যক্ষভাৱে বিৰল।

উচ্চ মানদণ্ডৰে জুখিবপৰা অসমীয়া সাহিত্যৰ যিখিনি ৰচনা, সিও এই কথাৰ ব্যতিক্ৰম নহয়। উদাহৰণস্বৰূপে ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ "জীৱনৰ বাটত' আৰু 'সেউজী পাতৰ কাহিনী' উপন্যাস দুখনলৈকেই আঙুলিয়াব পাৰি। প্ৰাচীন অসমীয়া কৃষিজীৱী গ্ৰাম্য সমাজখন পাশ্চাত্য শিক্ষা, বাণিজ্যিক আৰু ঔদ্যোগিক সভ্যতাৰ গৰাহত পৰাৰ লগে লগে কেনেকৈ হেৰাই গৈছে আৰু সেই প্ৰাচীন সমাজৰ সৎ গুণবোৰো বাণিজ্যিক সভ্যতাৰ অসততা, আদৰ্শহীনতাৰ আগত প্ৰতিহত হৈছে, তাৰ কৰ্মবাণীয়েই এই উপন্যাস দুখনত প্ৰকাশিত হৈছে। ড° হীৰেণ গোঁহায়েও উপন্যাস দুখনৰ সমালোচনা কৰি 'সেউজী পাতৰ কাহিনী'ৰ বিষয়ে লিখিছে "উপন্যাসখনৰ সামৰণি সভ্যতাৰ বিৰুদ্ধে এক পৰাস্ত আত্মাৰ মৃদু তিৰস্কাৰ। কাৰণ সভ্যতাৰ, জীৱন যাত্ৰাৰ যিমানবোৰ বাস্তৱৰূপ লেখকৰ চকুত ধৰা পৰিল সকলোৰেই দেখা গ'ল মানৱাত্মাৰ বন্দীশাল ; তাৰ স্বতঃস্ফূৰ্ত বিকাশ আৰু মুক্ত বিচৰণৰ ঘোৰ শত্ৰু। এইদৰেই এক জটিল আৰু অন্তৰ্ভেদী বাস্তৱবোধে বিৰিঞ্চি বৰুৱাৰ শেহতীয়া উপন্যাসখন জীৱন্ত কৰি তুলিছে।"[4]

এটা কথাৰ আলোচনা এইখিনিতে অবান্তৰ নহ'ব। সমাজৰ বা যুগৰ যি বিশিষ্ট ভাৱধাৰা বা আদৰ্শ তাক সাহিত্যিকে সযত্ন, বিশ্লেষণাত্মক অধ্যয়নৰ আৰু পৰ্যবেক্ষণৰ ফলত বুজি লৈ সাহিত্যত প্ৰকাশ কৰেনে কি? যদিও কোনো দাৰ্শনিক বা পণ্ডিত সাহিত্যিকো হ'ব পাৰে, তথাপি সকলো সাহিত্যিকেই দাৰ্শনিক বা পণ্ডিত নহ'বও পাৰে। তেনেস্থলত এটা যুগৰ বা যুগ সন্ধিৰ যি ভাৱধাৰা বা আদৰ্শ সি তাৰ পূৰ্ণতম ৰূপত সমসাময়িক সাহিত্যিকৰ বোধগম্য নহ'বও পাৰে, ঠিক যিদৰে সমসাময়িক, দাৰ্শনিক, চিন্তাবিদ আৰু বুদ্ধিজীৱীৰ সি বোধগম্য হ'ব। তথাপি এই ভাৱ বা আদৰ্শৰ প্ৰকাশ তেন্তে সাহিত্যিকে কেনেকৈ কৰে? যুগৰ যি ধ্যান-ধাৰণা, আদৰ্শ বা সংঘাত সি সাহিত্যিকৰ সূক্ষ্ম চেতনাত, বহু সময়ত সাহিত্যিকৰ নিজৰে অজ্ঞাতসাৰে ধৰা দিয়ে আৰু তেওঁ তাক মেধা আৰু সৃজনী প্ৰেৰণাৰ সহায়ত সাহিত্যকৃতি হিচাপে প্ৰকাশ কৰে।

[4] ড° হীৰেণ গোঁহাই, সাহিত্যৰ সত্য, বৰুৱা এজেন্সি, গুৱাহাটী, ১৯৭০, পৃঃ ১৮৬



উৎকৃষ্ট সাহিত্য তেন্তে এটি যুগৰ এটি জনসমষ্টিৰ আদৰ্শ, ভাৱধাৰা আৰু সচেতনতাৰ প্ৰকাশ ; কিন্তু এই প্ৰকাশ এফালে যেনেকৈ স্থান আৰু কালৰ সীমা পাৰ হৈ সকলো যুগৰ, সকলো মানুহৰ আদৰ্শ, ভাৱধাৰা আৰু চেতনা হিচাপে ধৰা দিয়ে, ঠিক তেনেকৈ আনপিনে এই প্ৰকাশ আকৌ লেখকৰো নিজস্ব প্ৰতিভা বা ব্যক্তিত্বৰ ছাপহীন প্ৰকাশ এটি নহয়। সেয়ে হোৱা হ'লে বিশ্বৰ সকলো যুগৰ সকলো সাহিত্য কৰ্মঠ নিজস্ব ৰূপহীন এটা সামগ্ৰিক গোট স্বৰূপ হ'লহেঁতেন। প্ৰকৃততে যুগৰ যি ভাৱ-আদৰ্শ, যি চিন্তা-চেতনা, তাৰ প্ৰকাশ সাহিত্যত, সাহিত্যিকৰ মনত সি যি প্ৰতিক্ৰিয়া কৰে সেই প্ৰতিক্ৰিয়া হিচাপেহে প্ৰকাশিত হয়। অৰ্থাৎ সাহিত্যত বিষয়বস্তু সম্পৰ্কে লেখকৰ মনৰ প্ৰতিক্ৰিয়া বা মনোভাৱ সদায় ধৰা পৰে। কোৱা বাহুল্য উৎকৃষ্ট সাহিত্যত বিষয়বস্তু সম্পৰ্কে সাহিত্যিকৰ মনৰ যি প্ৰতিক্ৰিয়া বা মনোভাৱ, যিটোক সাধাৰণতে লেখকৰ জীৱন দৰ্শন বুলি জনা যায়, সি কেতিয়াও নগ্নৰূপত বা পোনপটীয়াভাৱে প্ৰকাশিত নহয়। তাক পঢ়িলে পাঠকৰ কেতিয়াও ধাৰণা নহয় যে লেখকৰ বিষয়বস্তু সম্পৰ্কে মন্তব্য তাত এটি বাহিৰৰপৰা আৰোপিত বস্তু। লেখকৰ মনোভাৱ বা জীৱন-দৰ্শন উচ্চ পৰ্যায়ৰ সাহিত্যত বিষয়বস্তুৰ লগত সদায় অভিন্নভাৱে প্ৰকাশিত হয়— বিষয়বস্তুত সি যেন অন্তৰ্নিহিত হৈ থাকে।

সাহিত্য সম্পৰ্কে আলোচনা এইখিনিতে এৰি এতিয়া সমালোচনাৰ আলোচনালৈ আহোঁ। সমালোচনা কি? টি, এচ্, ইলিয়টে অতি সহজভাৱে সমালোচনাৰ সংজ্ঞা দিছে এই বুলি,—"... Criticism is that department of thought which either seeks to find out what poetry is, what its use is, what desires it satisfies, why it is written and why read, or recited ; or, which, making some conscious or unconscious assumption that we know these things, assesses actual poetry"[5] অৰ্থাৎ সমালোচনা হ'ল চিন্তাৰ এটা ধাৰা ; এই ধাৰাই কাব্য বা সাহিত্য কি, তাৰ প্ৰয়োজন কি, ই কি অভিলাষ পূৰণ কৰে, ইয়াক কিয় লিখা, পঢ়া বা আবৃত্তি কৰা যায় তাৰ বিচাৰ কৰে আৰু নহ'লে এইবোৰ কথা আমি আগতেই জানো বুলি

[5] টি, এচ্, ইলিয়ট্— ডি ইউচ্ অৱ্ ক্ৰিটিচিজ্‌ম্ এণ্ড্ ডি ইউচ অৱ্ পোৱেট্ৰি, ফেবাৰ্ এণ্ড্ ফেবাৰ্, লণ্ডন, ১৯৭০ সংস্কৰণ, পৃঃ ১৬

ধৰি লৈ প্ৰকৃত কাব্য বা সাহিত্যৰ মূল্যায়ন কৰে। খুব সহজ ভাষাত বস্তুটো কি বুজাবলৈ ইলিয়টে একে প্ৰসংগতে আকৌ এই বুলি লিখিছে, "... there are these two theoretical limits of criticism: at one of which we attempt to answer the question 'what is poetry?' and at the other 'is this a good poem'?[৬] —সমালোচনাৰ এই দুটাই তাত্ত্বিক সীমা ঃ এটা সীমাত আমি এই প্ৰশ্নৰ উত্তৰ দিবলৈ বিচাৰোঁ, 'কাব্য কি?' আৰু আনটো সীমাত আমি উত্তৰ দিবলৈ বিচাৰোঁ এই প্ৰশ্নৰ, 'এয়া জানো ভাল কাব্য?'

ইয়াৰপৰা বুজা যায়, সমালোচনা মূলতঃ দুই প্ৰকাৰৰ। এক প্ৰকাৰৰ সমালোচনা হ'ল সাহিত্যৰ তত্ত্বৰ আলোচনা। সাহিত্য কি, কবিতা কি, নাটক কি, উপন্যাস কি, চুটি গল্প কি, জীৱনী কি, ৰচনা কি ইত্যাদি আৰু সাহিত্যৰ বিভিন্ন শাখাৰ স্বৰূপ আলোচনা আৰু লগতে সাহিত্যত ব্যৱহৃত বিভিন্ন সাহিত্যিক কৌশল, অলংকাৰ আদিৰ আলোচনা। এই ধৰণৰ সাহিত্যৰ চৰিত্ৰৰ বা লক্ষণৰ আলোচনাকেই তাত্ত্বিক সমালোচনা (Theoritical Criticism) বুলি জনা যায়। প্ৰাচীন ভাৰতীয় সাহিত্য অৰ্থাৎ সংস্কৃত সাহিত্য যদিও এনে সাহিত্যৰ তাত্ত্বিক আলোচনাত চহকী, প্ৰাচীন অসমীয়া সাহিত্যত কিন্তু এনে সমালোচনা পাবলৈ নাই। নতুন অসমীয়া সাহিত্যত অৰ্থাৎ পাশ্চাত্ত্য সাহিত্যৰ প্ৰভাৱত গঢ় লোৱা অসমীয়া সাহিত্যৰ এনে তাত্ত্বিক আলোচনা আমাৰ কিছু হৈছে। এই বিষয়ৰ তিনিখন গ্ৰন্থৰ নাম এই প্ৰবন্ধৰ আৰম্ভনিতে মই লৈছোঁৱেই। ড° বিৰিঞ্চিকুমাৰ বৰুৱা, উমাকান্ত শৰ্মা আৰু ত্ৰৈলোক্যনাথ গোস্বামী এই তিনিখন গ্ৰন্থৰ ভিতৰত ত্ৰৈলোক্যনাথ গোস্বামীৰ 'সাহিত্য আলোচনা' গ্ৰন্থখনৰ এটি বিশেষ মূল্য আছে এই বাবেই যে প্ৰাচ্য আৰু পাশ্চাত্ত্য দুই পৰম্পৰাৰে এটি সুন্দৰ সমন্বয়ত সাহিত্য আৰু তাৰ বিভিন্ন শাখাৰ স্বৰূপ এওঁ অতি শৃংখলাবদ্ধভাৱে আৰু পুংখানুপুংখভাৱে আলোচনা কৰিছে। অসমীয়া সাহিত্যত সাহিত্যৰ তাত্ত্বিক আলোচনাৰ এইখন সঁচাকৈয়ে এখন অতি মূল্যবান গ্ৰন্থ।

সাহিত্যৰ তত্ত্বৰ আলোচনাৰ, অৰ্থাৎ ইলিয়টৰ ভাষাৰে—What is poetry? ইয়াৰ আলোচনাৰ প্ৰয়োজন নাই বুলি ক'ব নোৱাৰি। ই সাহিত্যৰ এক

৬ পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১৬



শ্ৰেণীৰ tranied পাঠকৰ সৃষ্টি কৰে আৰু এনে এক শ্ৰেণীৰ পাঠক সাহিত্যৰ সন্তোষজনক ক্ৰমবিকাশৰ বাবে অতি প্ৰয়োজনীয়; কিন্তু সাহিত্যৰ তাত্ত্বিক সমালোচনা যিহেতু সাহিত্যৰ বহিৰংগৰহে বিচাৰ, ই যিহেতু অকল সাহিত্যৰ চৰিত্ৰ, লক্ষণ আদিৰহে বিচাৰ কৰে, সাহিত্য কৰ্মবিশেষৰ গুণৰ বা মূল্যৰ বিষয়ে ই যিহেতু নিমাত, সাহিত্য কৰ্মবিশেষৰ গুণৰ বা মূল্যৰ বিচাৰ কৰি ই যিহেতু পাঠকক দিগ্দৰ্শন কৰিব নোৱাৰে, গতিকে এই বিধ সমালোচনাৰ প্ৰয়োজনো সীমিত।

বেছি প্ৰয়োজনীয় সমালোচনা হ'ল আনবিধ সমালোচনাহে—টি, এচ্, ইলিয়টৰ ভাষাৰে যিবিধ সমালোচনাক ক'ব পাৰি : Is this a good poem?— এই প্ৰশ্নৰ উত্তৰ দিয়া সমালোচনা। এই সমালোচনাকে ব্যৱহাৰিক সমালোচনা (practical criticism) বুলি জনা যায়। অতি প্ৰাচীন কালৰেপৰা ভাৰতৰ যি সাহিত্য পৰম্পৰা, তাক লৈ যদিও আমি সকলো ভাৰতীয়ই গৌৰৱ কৰিব পাৰোঁ, তথাপি এই পৰম্পৰাত ব্যৱহাৰিক সমালোচনাৰ শোচনীয় অভাৱ দেখা যায়। ব্যৱহাৰিক সমালোচনা বুলি আঙুলিয়াব পৰা যদি কিবা সমালোচনা সংস্কৃতত পোৱা যায় সি সাহিত্য কৃতিত ৰসৰ বিচাৰৰ দৰে উপকৰা বিচাৰতে সীমিত। অৰ্থাৎ প্ৰাচীন সংস্কৃত সাহিত্যত ব্যৱহাৰিক সমালোচনা আছিল মাথোন সাহিত্যকৃতিৰ বহিৰংগৰ বিচাৰ। ফলত সাহিত্যৰ মূল্যায়ন কাৰ্য (evaluation) বৃটিছ অহাৰ আগলৈকে ভাৰতীয় সাহিত্যত প্ৰকৃততে হোৱা নাছিল। আজিৰ ভাৰতীয় তথা অসমীয়া সাহিত্যত ই এটা অতি সুফল পাশ্চাত্ত্য প্ৰভাৱ। এই সমালোচনাত সমালোচকে কোনো সাহিত্যকৃতিৰ বাহ্যিক গুণ অৰ্থাৎ ৰস, অলংকাৰ আদিৰ বিচাৰতে অকল আৱদ্ধ নাথাকি সেই সাহিত্যকৃতিৰ প্ৰকৃত বিষয়বস্তু কি, তাৰ তাৎপৰ্য কি, পাঠকৰ বাবে বা সমাজৰ বাবে তাৰ মূল্য কি সাহিত্যকৃতিতে নিহিত হৈ থকা এইবোৰ কথালৈহে যায়। টি, এচ্, ইলিয়টে সেই কাৰণে সমালোচনাই কলাকৃতিৰ ব্যাখ্যা আৰু পাঠকৰ ৰুচিৰ সংস্কাৰ—এই দুয়োটা কামেই কৰে বুলি কৈছে। ইলিয়টৰ ভাষাৰেই, "Criticism appears to be the elucidation of works of art and the correction of taste"[৭] গতিকে সাহিত্যৰ তত্ত্বৰ আলোচনাৰ

৭ টি, এচ্, ইলিয়েট চিলেক্টেড্ এচে'জ, ফেবাৰ্ এণ্ড্ ফেবাৰ্, লণ্ডন, ১৯৬৮, পৃঃ ২৪

উদ্দেশ্য যেনেকৈ সীমিত সেই আলোচনা যেনেকৈ নিৰ্দিষ্ট এক শ্ৰেণীৰ পাঠকৰ বাবেহে, ব্যাৱহাৰিক সমালোচনা সেইদৰে সীমিত উদ্দেশ্যৰ নহয়। কিয়নো ব্যাৱহাৰিক সমালোচনাৰ উদ্দেশ্য পাঠকক অকল ৰসৰ সম্ভেদ দিয়াই নহয়, ইয়াৰ উদ্দেশ্য, সাহিত্যকৃতিত নিহিত হৈ থকা ভাৱধাৰা বা চিন্তাৰ তাৎপৰ্য পাঠকক বুজাই দি সেই ভাৱধাৰাৰ প্ৰতি তেওঁলোকক সজাগ কৰা, তাত নিহিত হৈ থকা আদৰ্শৰে তেওঁলোকক উদ্বুদ্ধ কৰা, নাইবা তেওঁলোকৰ মনত নতুন চেতনাৰ সঞ্চাৰ কৰা। মেথ্যু আৰ্নল্ডে সেয়েহে কৈছে "...( the critical power ) tends to establish an order of ideas, if not absolutely true, yet true by comparision with that which it displaces; to make the best ideas prevail."[৮] সমালোচনা শক্তিয়ে এক নতুন ভাৱধাৰা প্ৰতিষ্ঠা কৰিব খোজে। এই ভাৱধাৰা নিৰংকুশভাৱে সত্য নহ'ব পাৰে, তথাপি যি পুৰণি ভাৱধাৰাক ই স্থানচ্যুত কৰে, তাৰ তুলনাত অন্ততঃ ই সত্য।

আৰ্নল্ডৰ এই কথাৰপৰা দেখা যায়, সমালোচকৰ এটি প্ৰচাৰকৰ ভূমিকা থাকে— নতুন ভাৱধাৰা, নতুন আদৰ্শ প্ৰচাৰকৰ ভূমিকা। সমালোচকে সাহিত্যত নিহিত হৈ থকা ভালৰো ভাল যিখিনি ভাৱ-চিন্তা, যি আদৰ্শ তাক অধ্যৱসায়েৰে আৰু নিষ্ঠাৰে নিজে আহৰণ কৰিবলৈ পাঠকৰ মাজত নিজৰ লেখনীৰ মাজেদি প্ৰচাৰত লিপ্ত হয়, যাতে পাঠক সমাজত সাহিত্যৰপৰা আহৃত সেই ভাৱ-চিন্তাৰ মাজেদি এখন নতুন ভাৱ-জগতৰ সৃষ্টি কৰিব পাৰি। আৰ্নল্ডৰ ভাষাতেই: 'Its business is, as I have said, simply to know the best that is known and thought in the world and by in its turn, making this known, to create a current of true and fresh ideas.[৯]'

কিন্তু এনে সমালোচক হোৱাৰ বাবে সমালোচকৰ সদায় সাহিত্য, সমাজ আৰু জীৱন সম্পৰ্কে এটি নিজস্ব দৃষ্টিভংগী বা আদৰ্শ থাকিব লাগিব। নহলে বিশ্বৰ অজস্ৰ সাহিত্যকৃতিৰ বিভিন্ন চিন্তাধাৰাৰ মাজত তেওঁ বাট হেৰুৱাটো অতি স্বাভাৱিক আৰু এনে হ'লেই তেওঁ সাহিত্যকৃতিৰ ভাল-বেয়াৰ বিচাৰ যিদৰে দৃঢ় মতেৰে কৰিব নোৱাৰিব, সেইদৰে আনৰো সেই অ'ৰ

৮ মেথ্যু আৰ্নল্ড্ পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ৬ ৯ পূৰ্বোক্ত গ্ৰন্থ—পৃ ১৯



ত'ৰপৰা বুটলা, আঁত নোহোৱা ভাৱ-চিন্তাৰে উদ্বুদ্ধ কৰা দূৰৈৰ কথা, বিভ্ৰান্তহে কৰিব।

সাহিত্যকৰ্মৰ মূল্যাংকণ বা ভাল-বেয়া বিচাৰৰ বাবে সমালোচকৰ নিজস্ব এটি মতবাদ, আদৰ্শ বা দৃষ্টিভংগী কিয় লাগে তাৰ বিষয়ে যি কোৱা হ'ল, তাৰ লগতে আৰু এটা কথা ক'ব লাগিব। সাহিত্যৰ বিচাৰৰ বাবে, বা সাহিত্যকৃতি ভালনে বেয়া, সেই বিষয়ে ৰায় দিবৰ বাবে বিজ্ঞানাগাৰত বৈজ্ঞানিক পৰীক্ষাৰ বাবে যিদৰে যন্ত্ৰপাতি থাকে, তেনেকুৱা কোনো যন্ত্ৰপাতি নাই। সাহিত্য বিচাৰৰ কোনো বৈজ্ঞানিক মানদণ্ড নাই। এই শতাব্দীৰ আৰম্ভনিৰ পিনে আই, এ, ৰিচাৰ্ড্ চে মনোবিজ্ঞানৰ সহায়ত সাহিত্য সমালোচনাৰ বাবে এনে এটি বৈজ্ঞানিক পদ্ধতি অৱশ্যে উলিয়াইছিল; কিন্তু ৰিচাৰ্ডচৰ বহুতো কথাই যদিও নন্দনতাত্ত্বিক বা ৰূপগত বিচাৰ পদ্ধতি বুলি অন্য এটা বিচাৰ পদ্ধতিক সহায় কৰিলে, তথাপি ৰিচাৰ্ডচৰ নিজৰ সেই বৈজ্ঞানিক পদ্ধতি ইতিমধ্যেই অতি স্বাভাৱিকভাৱে এটি মৰিসুঁত্তিত পৰিণত হৈছে। এনেস্থলত সাহিত্যৰ মূল্যায়ন অতি সহজেই সমালোচকৰ ব্যক্তিগত ৰুচি-অভিৰুচি অনুসৰি বিভিন্ন হোৱাৰ আশংকা অতি বেছি। এই আশংকা যিমান দূৰ পাৰি আঁতৰাই সাহিত্য সমালোচনা উদ্দেশ্যধৰ্মী কৰাৰ বাবেও সমালোচকৰ এটা নিজস্ব দৃষ্টিভংগী বা ভাৱধাৰা থকা দৰ্কাৰ। জীৱন, সমাজ আৰু সাহিত্য সম্পৰ্কে এনে এটি ভাৱধাৰা থাকিলে সমালোচনাৰ বাবে সমালোচকে স্বাভাৱিকতেই এটি সুশৃংখল পদ্ধতি গ্ৰহণ কৰিব পাৰিব। জীৱন, সাহিত্য, সমাজ সম্পৰ্কে এই ভাৱধাৰা বা আদৰ্শক কেন্দ্ৰ কৰি সমালোচকে তেওঁৰ গৃহীত পদ্ধতিৰে সমালোচনাত প্ৰবৃত্ত হ'লে তেওঁৰ বিচাৰ মানুহৰ তুচ্ছ ৰুচি-অভিৰুচিভিত্তিক নহৈ উচ্চতৰ আদৰ্শভিত্তিক হোৱা স্বাভাৱিক। তদুপৰি এনেহ'লে, সমালোচকে সাহিত্যকৰ্মত ভাল বা বেয়া বুলি ৰায় দিয়া কথাবোৰ যুক্তিসহকাৰে পাঠকক বুজাবলৈ সক্ষম হয়। অৰ্থাৎ সমালোচনা হৈ উঠে উদ্দেশ্যধৰ্মী। এই কাৰণেই টি, এচ্, ইলিয়টেও কৈছে: "Criticism···must always profess an end in view."[১০] সমালোচনাৰ সদায় এটা লক্ষ্য থাকিব লাগিব। কেৱল সমালোচনাৰ খাটিৰত সমালোচনা হ'ব নোৱাৰে।

১০. টি, এচ, ইলিয়ট্, চিলেক্টেড্ এচে'জ, পৃ, ২৪

এইখিনিতে অৱশ্যে এটা কথা উনুকিয়াই থোৱা দৰ্কাৰ। সমালোচকৰ এই ভাৱ-ধাৰা বা আদৰ্শ এটি সস্তীয়া সাময়িক মূল্যৰ এটি মতবাদ কেতিয়াও হ'ব নোৱাৰে। এনে হ'লেই সমালোচক সস্তীয়া প্ৰচাৰকৰ শাৰীলৈ নামি যাব আৰু ব্যক্তিগত ৰুচি-অভিৰুচিৰে সাহিত্য বিচাৰ কৰিলে সেই বিচাৰ যেনেকৈ বিষয়নিষ্ঠ ( Subjective ) হয়, এনে সস্তীয়া, সাময়িকমূল্যৰ ভাৱধাৰা বা দৃষ্টিভংগীৰে সাহিত্য বিচাৰ কৰিলেও, তাতো দোষ পৰিব একপ্ৰকাৰ বিষয়নিষ্ঠতাৰেই।

এনেধৰণৰ সস্তীয়া, প্ৰচাৰকামী আদৰ্শৰপৰা সমালোচনা যে মুক্ত হ'ব লাগে সেই বিষয়ে মেথ্যু আৰ্নল্ডে কৈছে যে যি কৌতূহল বা Curiosity য়ে সমালোচনাৰ জন্ম দিয়ে সেই কৌতূহল Curiosity এটা সহজ প্ৰবৃত্তিৰ অনুগামী। এই সহজ প্ৰবৃত্তিয়ে বিশ্বৰ যি শ্ৰেষ্ঠ চিন্তা আৰু জ্ঞান তাক আহৰণ কৰিবলৈ উদগায়। অৱশ্যে সেই চিন্তা আৰু জ্ঞানৰ চৰ্চা বা ৰাজ-নৈতিক প্ৰয়োগৰ কথা এই উদগনিৰ বাহিৰৰ। এই কৌতূহল বা Curiosity য়ে বিশ্বৰ যি শ্ৰেষ্ঠ চিন্তা আৰু জ্ঞান তাক বা তাৰ নিকটবৰ্তী অন্য তেনে চিন্তা আৰু জ্ঞানক অন্য কোনো কথাৰ বিবেচনা নকৰাকৈ মূল্য দিবলৈ শিকায়। ঠিক আৰ্নল্ডৰ ভাষাৰে: "It ( curiosity ) obeys an instinct prompting it to try to know the best that is known and thought in the world irrespective of practice, politics and everything of the kind ; and to value knowledge and thought as they approach this best, without the intrusion of any other consideration."[১১] গতিকে সমালোচকৰ যদিও প্ৰচাৰৰ কামনা এটা সদায় থাকে, তথাপি তেওঁৰ প্ৰচাৰৰ অনুপ্ৰেৰণা তেওঁৰ মতবাদৰ বাস্তৱ প্ৰয়োগৰ আকাংক্ষাজনিত নহয়। তেওঁৰ প্ৰচাৰৰ অনু-প্ৰেৰণা হ'ল তেওঁৰ কৌতূহল, তেওঁৰ শ্ৰেষ্ঠ জ্ঞানৰ স্পৃহাৰে আকৌ, তেওঁ যি মতবাদ প্ৰচাৰ কৰে, সি হ'ল বহল আৰু গভীৰ অৰ্থৰ এটি মতবাদ বা আদৰ্শ, যাক প্ৰকৃত অৰ্থত এটি আদৰ্শ বুলিব পাৰি। স্থান-কালৰ ঠেক পৰিধি, ধৰ্মীয় আৰু ৰাজনৈতিক উন্নাসিকতা আদিৰপৰা এই মতবাদ বা আদৰ্শ বহুতো ওপৰৰ। সমালোচনা স্থান-কালৰ ঠেক পৰিধিৰ, ধৰ্ম-ৰাজনীতিৰ ঠেক গণ্ডীৰ ওপৰৰ মতবাদৰ ওপৰত প্ৰতিষ্ঠিত নহৈ সস্তীয়া ৰাজনীতি, সস্তীয়া ধৰ্মনীতি আদিৰ ওপৰত প্ৰতিষ্ঠিত হ'লে সি কেনে বিকৃত ৰূপ লয় আৰু কেনে ক্ষতিকৰ হৈ

[১১]. মেথ্যু আৰ্নল্ড, পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১৬-১৭



পৰে তাৰ উদাহৰণ আমাৰ অসমীয়া সাহিত্যত মাজে-সময়ে দুই-এটা দেখা পোৱা যায়। সমালোচনাৰ মাৰ্কা মৰা এই কুৎসাবোৰ সাধাৰণতে প্ৰকাশ পোৱা দেখা যায় দুই-এটা সংখ্যাৰে মাথোন ভুমুকি মাৰি নাইকিয়া হোৱা কোনো দল বা গোষ্ঠীৰ নাম নোহোৱাকৈয়ে ওলোৱা দল বা গোষ্ঠীৰ প্ৰচাৰ-পত্ৰিকাবোৰত। এইবোৰত 'সমালোচক'ৰ নামো আনকি ছদ্মনাম হোৱা দেখা যায়।

সি যি নহ'ক, এই ধৰণৰ কুৎসা ( Invectives )ৰ কথা বাদ দি উচ্চ মতবাদ বা আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত সমালোচনাৰ কথালৈ আহোঁ। ব্যৱহাৰিক সমালোচনাৰ এটা ধাৰাক নৈতিকতাবাদী বা নব্য-মানৱতাবাদী ( Moralist or Neo-Humanist ) সমালোচনাৰ ধাৰা বুলি জনা যায়। পাশ্চাত্যত আৰ্‌ভিং বেবিট্, টি, এচ্, ইলিয়ট্, এফ্, আৰ, লিভিচ্ আদি এই ধাৰাৰ সমালোচক। অসমীয়াত ড° বাণীকান্ত কাকতি আৰু নতুনসকলৰ ভিতৰত হীৰেন দত্ত আৰু ললিত কুমাৰ বৰুৱা এই ধাৰাৰ অন্তৰ্ভুক্ত। সাহিত্য কৰ্মৰ বিচাৰ এওঁলোকে নৈতিকতা বা নব্য-মানৱতাবাদৰ দৃষ্টিৰে কৰে। অৰ্থাৎ সমালোচিত সাহিত্যকৰ্মই নৈতিকতা অথবা যিবোৰ মানুহৰ গুণে মানুহক পশুৰপৰা পৃথক কৰিছে সেই গুণবোৰ কিমানখিনি তুলি ধৰিছে, তালৈ চাই তাৰ ওপৰত ভাল বা বেয়াৰ ৰায় দিয়ে।

ইপিনে সমালোচনাৰ আন এটা স্কুল হ'ল ৰূপবাদী বা নন্দনতাত্ত্বিক সমালোচনা ( Formalist or Aestheticist )ৰ স্কুল। এই স্কুলৰ সমালোচনাকেই নব্য-সমালোচনা ( Neo-Criticism ) বুলিও জনা যায়। এই স্কুলৰ সমালোচকে সাহিত্যকৃতিৰ বিষয়বস্তুৰ ওপৰত গুৰুত্ব নিদি, সেই বিষয়বস্তু ফুটাই তোলা সাহিত্যিক কৌশলবোৰৰ ওপৰতহে অৰ্থাৎ সাহিত্যৰ ৰূপ বা form ৰ ওপৰতহে গুৰুত্ব দিয়ে। নৈতিকতাবাদী সমালোচকৰ মূল বিচাৰ্য-সাহিত্যই কি কৈছে, তাৰ বিচাৰ গৌণ বুলি ধৰি এওঁলোকে সাহিত্যই কেনেকৈ কৈছে, তাৰ বিচাৰকহে মুখ্যস্থান দিয়ে; ৰবাৰ্ট পেন্ ওৱাৰেন্, ক্লিয়েন্থ্ ব্ৰুক্‌চ্, জন ক্ৰো ৰেন্‌চম্, উইলিয়ম্ এম্প্‌চন্, আৰ, পি, ব্লেক্‌মাৰ্, এলেন টাটে এই গোষ্ঠীৰ একো একোজন কৃতী সমালোচক। অসমীয়াত ভবেন বৰুৱা এই গোষ্ঠীৰ একমাত্ৰ সমালোচক।

সমালোচনাৰ আকৌ অন্য এটি ধাৰা হ'ল সমাজতাত্ত্বিক বা মাৰ্ক্সবাদী

( Sociological or Marxist ) ধাৰা। এওঁলোকেও নৈতিকতাবাদীসকলৰ দৰে সাহিত্যই কি কয় তাৰ ওপৰতেই গুৰুত্ব দিয়ে; কিন্তু বিষয়বস্তুৰে সমাজৰ প্ৰতিফলন, সামাজিক বিৱৰ্তন, শ্ৰেণী সংঘাত আদি সামাজিক সত্যবোৰ কেনেদৰে ফুটাই তুলিছে তালৈ চাইহে এওঁলোকে সমালোচিত সাহিত্যৰ মূল্যৰ ওপৰত মন্তব্য দিয়ে। পাশ্চাত্যত টেইন্, কড্‌ৱেল্, এল্, চি, নাইট্‌চ্, এফ্, ও, মেথিয়েচেন্, গিয়ৰ্গ্ লুকাচ্চ আদি এই ধাৰাৰ সমালোচক। অসমীয়াত হীৰেণ গোহাঁই এই ধাৰাৰ কৃতী সমালোচক।

সমালোচনাৰ মনস্তাত্ত্বিক ( Psychological ) ধাৰা আৰু আৰ্কিটাইপেল্ ( Archetypal ) ধাৰা বুলি আৰু দুটা স্কুল আছে বুলি উইল্‌বাৰ্ স্কটে তেওঁৰ 'ফাইভ্ এপ্ৰোচেজ্ অব্ লিটাৰেৰী ক্ৰিটিচিজ্‌ম্' গ্ৰন্থত দেখুৱাইছে। অসমীয়াত এই দুই ধাৰাৰ সমালোচনা নাই বাবে তাৰ কথা বাদ দি আমাৰ আচল কথালৈ আহোঁ। ওপৰত সমালোচনাৰ যি তিনিটা ধাৰাৰ কথা উল্লেখ কৰা গ'ল, দকৈ ভাৱিব পৰা, চিন্তাৰ ভাবসাম্য ৰাখিব পৰা লোকৰ বাবে সেই পদ্ধতিৰ মাজত পাৰ্থক্য আকাশ-পাতাল যেন নালাগিব। কিয়নো নৈতিকতাবাদী সমালোচকে যদিও সাহিত্যত নৈতিকতা বা মানৱীয়তা কিমানদূৰ আছে, তাৰ বিচাৰেই কৰিব, তথাপি এনে সমালোচক ওপৰত উনুকিওৱা সন্তীয়া আৰু উপকৰা বিধৰ আদৰ্শৰ ধ্বজাধাৰী নহলে, এনে সমালোচকেও সাহিত্যৰ নন্দনতাত্ত্বিক গুণবোৰলৈ পিঠি দিব নোৱাৰে। সেইদৰে নন্দনতাত্ত্বিক সমালোচকে সাহিত্যৰ কেৱল কৰ্ম বা ৰূপৰ আলোচনাত আবদ্ধ থাকি সাহিত্যৰ বিষয়বস্তুলৈ সম্পূৰ্ণৰূপে পিঠি দিব নোৱাৰে। ঠিক একেদৰে সমাজতাত্ত্বিকসকলেও নৈতিকতা বা মানৱীয়তা, সাহিত্যৰ কৰ্ম আদিৰ আলোচনাৰ প্ৰতি সম্পূৰ্ণ উদাসীন নহয়। এনেস্থলত ইটো ধাৰা আৰু সিটো ধাৰাৰ মাজত কোনো যোগসূত্ৰ নাই বুলি ভৱাটো ভুল। এই কাৰণেই এটা পদ্ধতিৰ সমালোচনাত যিখন কিতাপ অতি মূল্যৱান বুলি বিবেচিত হ'ব, আন এটা পদ্ধতিৰ সমালোচনাতো সেইখন কিতাপ বিশ্লেষণৰ অন্তত একেধৰণেই মূল্যৱান প্ৰতিপন্ন হ'ব পাৰে। এই একেটা কাৰণতেই এটা গোষ্ঠীৰ সমালোচকে বহু সময়ত আন এটা গোষ্ঠীৰ পদ্ধতিৰে সমালোচনাত হাত দিয়া দেখা যায়।

সেয়েহে আমি দেখিছোঁ, টি, এচ্, ইলিয়ট্ নৈতিকতাবাদী সমালোচক হলেও, নন্দনতাত্ত্বিক সমালোচনালৈকো তেওঁৰ মূল্যৱান অৰিহণা আছে। সেইদৰে



ভবেন বৰুৱায়ো নৈতিকতাবাদী আৰু নন্দনতাত্ত্বিক—এই দুয়োটা ধাৰালৈকে উল্লেখযোগ্য বৰঙনি আগবঢ়াইছে। এওঁৰ বীৰেশ্বৰ বৰুৱাৰ 'লিলিৰ আবেলি' আৰু নৱকান্ত বৰুৱাৰ 'ইয়াত নদী আছিল' কবিতাৰ সমালোচনা এফালে যেনেকৈ সম্পূৰ্ণ নন্দনতাত্ত্বিক বা ৰূপবাদী, আনফালে তেনেকৈ এওঁৰ বিৰিঞ্চি বৰুৱাৰ 'জীৱনৰ বাটত' বা হোমেন বৰগোহাঞিৰ 'সুবালা' উপন্যাসৰ সমালোচনা নব্য-মানৱতাবাদী। একে ধৰণে ড° হীৰেণ গোহাঁইৰ বিৰিঞ্চি বৰুৱাৰ 'সেউজী পাতৰ কাহিনী'ৰ সমালোচনা নব্য-মানৱতাবাদী ধাৰাৰ এটা অতি মূল্যৱান, দিগ্‌দৰ্শী সমালোচনা যদিও এওঁৰেই 'কাম্য আৰু অচিন মানুহৰ মাপকাঠী' শীৰ্ষক প্ৰবন্ধ, দুখন উপন্যাসশীৰ্ষক প্ৰবন্ধ, 'দুখন উপন্যাসশীৰ্ষক প্ৰবন্ধত থকা মালিকৰ 'অঘৰী আত্মাৰ কাহিনী' আৰু যোগেশ দাসৰ 'ছাঁ-জুই খেদি'ৰ সমালোচনা সমাজতাত্ত্বিক। আকৌ ভবেন বৰুৱাৰ 'জীৱনৰ বাটত' বা 'সুবালা'ৰ নৈতিকতাবাদী সমালোচনাত নন্দনতাত্ত্বিক বা ৰূপবাদীৰ বিচাৰবো কেতবোৰ কথা যেনেকৈ সোমাই পৰিছে, তেনেকৈ হীৰেণ গোহাঁইৰ 'সেউজী পাতৰ কাহিনী'ৰ নৈতিকতাবাদী সমালোচনাত সমাজতাত্ত্বিক সমালোচনাৰ কেতবোৰ বিষয়ৰ সুন্দৰ সংমিশ্ৰণ ঘটিছে। দেখা গ'ল, সমালোচনাৰ এই পদ্ধতিসমূহৰ সীমাৰেখা সদায় স্পষ্ট নহয়। তথাপি সমালোচকৰ এটি আদৰ্শ আৰু সেই আদৰ্শভিত্তিক এটি পদ্ধতি সদায় থাকিব লাগে। অন্যথাই তেওঁৰ সমালোচনা বিক্ষিপ্ত, মেৰুদণ্ডহীন আৰু বিষয়ধৰ্মী হৈ পৰাৰ আশংকা থাকে।

আৰু এবিধ সমালোচনাৰ কথা ক'ব লাগিব— সাহিত্যৰ ইতিহাসভিত্তিক সমালোচনা। খেনোৱে সাহিত্যৰ ইতিহাসক সমালোচনা বুলি ক'ব নোখোজে, যিহেতু সাহিত্যৰ ঐতিহাসিকৰ সাহিত্য বিচাৰৰ মানদণ্ড, দৃষ্টিভংগী আদি পৃথক। সেয়ে হ'লেও সৎ সমালোচনাৰ বাবে সাহিত্যৰ ইতিহাসৰ জ্ঞান অপৰিহাৰ্য। ৰেনে ৱেলেকৰ ভাষাৰে: "Literary history is also highly important for literary criticism as soon as the latter goes beyond the most subjective pronouncements of likes and dislikes. A critic who is content to be ignorant of all historical relationships would constantly go astray in his judgments."[১২] সাহিত্য সমালোচনা অতিশয় বিষয়ধৰ্মী

---

১২. ৰেনে ৱেলেক্ এণ্ড্ অষ্টিন্ ওৱাৰেন্, থিয়ৰী অব্ লিটাৰেচাৰ্, পেংগুইন্ বুক্‌চ্, গ্ৰেটব্ৰিটেইন্, ১৯৬৬, পেৰেগ্ৰীন সংস্কৰণ, পৃঃ ৪৪

রুচি-অভিৰুচিভিত্তিত মন্তব্যৰ ওপৰলৈ যাব লাগিলে, সাহিত্য সমালোচনাৰ বাবে সাহিত্যৰ ইতিহাসৰ অতি প্ৰয়োজন। যি সমালোচকে ঐতিহাসিক সম্বন্ধসমূহৰ প্ৰতি অজ্ঞ হৈ থাকিবলৈ ভাল পায় তেওঁ বাৰংবাৰ তেওঁৰ বিচাৰত আওবাটে যাব। গতিকে ঐতিহাসিক দৃষ্টিভংগীৰে কৰা সাহিত্যৰ বিচাৰ আৰু সাহিত্যৰ ইতিহাস যদি সাহিত্য সমালোচনা নহয়ো, তথাপি ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, ডঃ মহেশ্বৰ নেওগ, ডিম্বেশ্বৰ নেওগ আদিৰ এই শ্ৰেণীৰ সাহিত্য আলোচনা সকলোৰে বাবে মূল্যৱান। কাৰণ এইবোৰক ভিত্তি কৰিয়েই লাহে লাহে গঢ় ল'বলৈ ধৰিছে অসমীয়া সমালোচনাই।

আনহাতে ছাত্ৰৰ চাহিদালৈ চায়েই বোধহয় কোনো আদৰ্শ বা মতবাদৰ অৱলম্বন নোহোৱাকৈয়ে, কোনো সুশৃংখল পদ্ধতি এটা অনুসৰণ নকৰাকৈয়েই অলপ বিষয়বস্তুৰ আলোচনা, অলপ ৰূপৰ আলোচনা, অলপ ৰসৰ আলোচনা এইদৰে বিভিন্ন দিশৰ কিছু কিছু আলোচনাৰে এক শ্ৰেণীৰ প্ৰবন্ধ আমাৰ সাহিত্যত বৰকৈ ওলোৱা দেখা যায়। এইবোৰক সমালোচনাৰ মৰ্যাদা দিব কেতিয়াও নোৱাৰি।

অৱশেষত সাহিত্য আৰু সমালোচনাৰ সম্বন্ধৰ কথালৈ আহোঁহঁক। সাহিত্যিকে যদিও তেওঁৰ যুগৰ ভাৱ-আদৰ্শকে তেওঁৰ লেখনীৰ মাজেদি প্ৰকাশ কৰে, তথাপি তেওঁৰ এই অকল বুদ্ধিৰ সহায়ত নকৰি বুদ্ধি আৰু অনুভূতিৰ সংমিশ্ৰণত কৰে। সমালোচক আনহাতে মূলতঃ নিৰ্ভৰ কৰে বুদ্ধি যুক্তিনিষ্ঠতা আৰু সমানুভূতি ( empathy )ৰ ওপৰত। সাহিত্য মূলতঃ হৃদয়বৃত্তিগত, সমালোচনা আনহাতে মূলতঃ বুদ্ধিবৃত্তিগত। সাহিত্যিকে তেওঁৰ মেধা-অনুভূতিৰে আৰু সূক্ষ্ম চেতনাৰে যুগৰ স্বৰূপ, সমাজৰ বাতাবৰণৰ স্বৰূপ উপলব্ধি কৰে আৰু তেওঁৰ ৰচনাত তাকে নিজস্ব দৃষ্টিভংগীৰ ৰূপ পৰিগ্ৰহ কৰি প্ৰকাশ কৰে। সমালোচকে তাৰ পিছত তেওঁৰ বৌদ্ধিক শক্তিৰে, তেওঁৰ সমানুভূতিৰে তেওঁৰ বিস্তৃত অধ্যয়নেৰে, তেওঁৰ আদৰ্শ-উদ্বুদ্ধ জীৱনবোধেৰে আৰু নিৰপেক্ষ দৃষ্টিৰে সেই সাহিত্যৰ ব্যাখ্যা কৰি, বিশ্লেষণ কৰি পাঠকসকলক সেই সাহিত্যৰ সত্যৰ সন্ধেদ দিয়ে।

—o—

# সাহিত্য আৰু সাহিত্য-সমালোচনাৰ ধাৰা আলোচনাৰ টোকা

**বীৰেন বৰকটকী ঃ**

সাহিত্য-সমালোচনা আধুনিক কালত এটি আৱশ্যকীয় আৰু গুৰুত্বপূৰ্ণ বিষয় হৈ পৰিছে; কিন্তু সাহিত্য নহ'লে সমালোচনাৰেই বা স্থান ক'ত? আজি-কালি সমালোচনাৰ বিভিন্ন ধাৰা সৃষ্টি হৈছে। কিন্তু দপচলতে সমালোচকৰ নিৰ্দেশ অনুসৰি সাহিত্য ৰচনা কৰাটো সম্ভৱ নহয়। সমালোচকৰ কাম ব্যাখ্যা আৰু বিচাৰ কৰা। বহুতো সমালোচকে আদালতৰ বিচাৰকৰ দৰে ৰায় দিবলৈ যত্ন কৰে। সাহিত্য মানুহৰ আনন্দৰ বাবে আৰু সমালোচনা হ'ল সাহিত্যত থকা ৰস আৰু আনন্দৰ জ্ঞানদানৰ বাবে। লেখকে নোকোৱা কথা সমালোচকে ক'বলৈ চেষ্টা কৰাটো, নেলেখা বিষয় লৈ লেখকক সমালোচনা কৰাটো, স্থিৰ মতবাদ এটা জাপি দিবলৈ চেষ্টা কৰাটো, লেখাক এৰি লেখকক ভৰ্ৎসনা কৰাটো দোষ-দুষ্ট সমালোচনাৰ পৰিচায়ক। তাৰদ্বাৰা ক্ষতিৰ বাহিৰে লাভ হ'ব নোৱাৰে। গতিকে সমালোচনাৰ সমালোচনা হোৱাটোও আৱশ্যকীয় কথা হৈ পৰিছে।

অসমীয়া ভাষাত 'অৰুনোদই'তে প্ৰথম পুথি-পৰিচয় প্ৰকাশিত হয়। আধুনিক অসমীয়া ভাষাৰ প্ৰতিষ্ঠাৰ বাবেই প্ৰথম প্ৰায় অৰ্ধশতিকা যুঁজ-বাগৰ কৰি থাকোঁতেই গ'ল আৰু বেজবৰুৱাৰ হাতত্তে দৰাচলতে সমালোচনাই প্ৰথম প্ৰতিষ্ঠা লাভ কৰিলে। এতিয়ালৈকে যিসকলে অসমীয়া সাহিত্য-সমালোচনাৰ বাবে কাপ লৈছে, সিসকলৰ ভিতৰত ডঃ বাণীকান্ত কাকতি নিসন্দেহে আগশাৰীৰ সমালোচক। দুগৰাকী প্ৰাচ্যতত্ত্ববিদে স্বৰ্গীয় আনন্দৰাম বৰুৱা আৰু শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱে প্ৰাচীন ভাৰতীয় ভাষা-সাহিত্যৰ গৱেষণা আৰু চৰ্চাৰ শ্ৰেষ্ঠ পথ দেখুৱাইছে। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ডঃ সূৰ্য কুমাৰ ভূঞা, স্বৰ্গীয় ডিম্বেশ্বৰ নেওগ, ডঃ মহেশ্বৰ নেওগ, ডঃ সত্যেন্দ্ৰনাথ শৰ্মা, শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী আদি ব্যক্তিয়ে অসমীয়া ভাষা আৰু সাহিত্যৰ ঐতিহাসিক আৰু

ব্যাখ্যাত্মক সমালোচনা দাঙি ধৰিছে। ড° হীৰেন গোঁহায়ে মাৰ্ক্সীয় পদ্ধতিৰে আৰু শ্ৰীভৱেন বৰুৱাই কলাৰ গুণাত্মক বিচাৰেৰে সমালোচনাত প্ৰবৃত্ত হৈছে।

**অতুলচন্দ্ৰ বৰুৱা ঃ**

সাহিত্য হ'ল—ৰস সৃষ্টিৰ মাজেৰে চিন্তা আৰু অনুভূতি প্ৰকাশৰ চেষ্টা আৰু সমালোচনা হ'ল—তেনে সাহিত্য প্ৰচেষ্টাৰ দোষ-গুণৰ বিচাৰ কৰাৰ যত্ন। গতিকে নিৰপেক্ষ দৃষ্টিভংগী অবিহনে আৰু সাহিত্যিকৰ প্ৰতি সহৃদয়তাৰ অবিহনে ভাল সমালোচনা লিখা হ'ব নোৱাৰে। সেই ফালৰপৰা সমালোচক কোনো বিশেষ দল বা গোষ্ঠীভুক্ত হোৱাটো কাম্য নহয়।

অসমীয়া সাহিত্য-সমালোচকসকলৰ ভিতৰত ড° বাণীকান্ত কাকতী নিসন্দেহে শ্ৰেষ্ঠ সমালোচক। তেখেতে পুৰণি আৰু নতুন সাহিত্যৰ নিৰপেক্ষ, তুলনামূলক, ঐতিহাসিক আৰু ব্যাখ্যাত্মক বিচাৰ কৰি গৈছে।

বৰ্তমান অসমীয়া সাহিত্য-সমালোচকসকলৰ ভিতৰত দুটা মতবাদ দেখা যায় ঃ সমাজতাত্ত্বিক আৰু নন্দনতাত্ত্বিক। দৰাচলতে সাহিত্যৰ সামাজিক দিশ যিদৰে বাদ দিব নোৱাৰি, তেনেকৈ তাৰ নন্দনতাত্ত্বিক দিশো বাদ দিব নোৱাৰি। দুয়োটাৰ ভিতৰত কোনো কোনো সমালোচকে এটাৰ ওপৰত জোৰ দিলেও আনটোৰ প্ৰতি উদাসীন হ'লে প্ৰকৃত সমালোচনা হ'ব নোৱাৰিব।

আমাৰ সাহিত্যৰ বুৰঞ্জীসমূহো একপ্ৰকাৰ সমালোচনা-সাহিত্য, যদিও আমাৰ বুৰঞ্জীসমূহত সাহিত্যৰ বিচাৰতকৈ সময় অনুসৰি সাহিত্যৰ ধাৰা, সাহিত্যিক আৰু ৰচনাসমূহৰ চমু পৰিচয়হে পোৱা যায়।

সমালোচনা সৃষ্টি ধৰ্মী হ'ব লাগে আৰু সাহিত্যক বুজাত সহায়ক হ'ব লাগে।

**আবুছ ছাত্তাৰ ঃ**

বহুতেই সন্দেহ প্ৰকাশ কৰে—সৃষ্টিশীল সাহিত্য ৰচনা কৰিব নোৱৰাসকলেই



সাহিত্য-সমালোচনাত হাত দিয়ে নেকি ? এনে দৃষ্টি-ভংগীৰ সত্যাসত্যতা যিয়েই নাথাকক, সমালোচকসকলৰ দায়িত্ব যে সাহিত্যিকসকলতকৈ কোনো গুণে কম নহয়—সেই কথাত সন্দেহ থাকিব নোৱাৰে।

সাহিত্যৰ লগত সমাজ-জীৱনৰ সম্পৰ্ক অবিচ্ছেদ্য। কাৰণ, মানুহক আৰু মানুহৰ সমাজক লৈয়েই সাহিত্য। গতিকে প্ৰত্যক্ষভাৱে হওক, পৰোক্ষভাৱে হওক সাহিত্যৰ মাজত সমাজ-জীৱন প্ৰতিফলিত হ'বই। সমালোচকসকলে সাহিত্যত যি আছে তাৰহে সমালোচনা দাঙি ধৰা উচিত। যি আছে তাক এৰি যদি নিজা কোনো তত্ত্ব জাপি দিবলৈ চেষ্টা কৰা হয় তাৰপৰা সুফল পোৱাৰ আশা কৰিব নোৱাৰি। কেৱল দোষ উদঘাটন কৰাটোৱেই সমালোচকৰ লক্ষ্য হ'লে সমালোচনাৰ আচল উদ্দেশ্যই নষ্ট হয়। ড° বাণীকান্ত কাকতীয়ে বৈষ্ণৱ সাহিত্যৰ ৰস-বিচাৰত এক বিশেষ কৃতিত্ব দেখুৱাই থৈ গৈছে। তেওঁৰ মাজত এফালে ৰসগ্ৰাহিতা আৰু আনফালে নৈৰ্ব্যক্তিকতা দুয়োটাই আছে। ডিম্বেশ্বৰ নেওগৰ সমালোচনাত তেওঁ নিজে পোৱা তৃপ্তি-অতৃপ্তিৰ খোলাখুলি প্ৰকাশ লক্ষ্য কৰা যায়। সেইবাবে তেওঁৰ সমালোচনাৰ ভাষাও ক্ষুৰধাৰ।

কেৱল নন্দনতাত্ত্বিক বিচাৰেই সাহিত্যৰ শেষ বিচাৰ নহয়। সমাজমুখিতাও তাৰ অন্যতম বিশেষত্ব হোৱা উচিত; কিন্তু কোনো ক্ষেত্ৰতে সাহিত্যক আদৰ্শৰ ভাৰবাহক কৰিবলৈ যত্ন কৰা উচিত নহয়। দোষ-গুণৰ প্ৰকৃত বিচাৰ কৰি পঢ়ুৱৈৰ সমুখত সমালোচিত সাহিত্যৰ ৰূপ-ৰস দাঙি ধৰিব পৰাটোহে দৰকাৰী কথা। এই অৰ্থতে সাহিত্য-সমালোচনা গঠনমূলক হোৱা দৰকাৰ।

**ড° নিৰ্মলপ্ৰভা বৰদলৈ ঃ**

সাহিত্য-সমালোচনাৰ বিষয়ে অনেক কথাই কোৱা হৈছে। দৰাচলতে ইয়াৰ দুটা দিশ আছে। সাহিত্যিকসকলে ভাবে—সমালোচকসকলে সাহিত্যৰ মাজত লুকাই থকা নিহিতাৰ্থ প্ৰকাশ কৰি সাহিত্যক পাঠকৰ ওচৰ চপাই দিব লাগে। সমালোচক একশ্ৰেণীয়ে ভাবে—সাহিত্যৰ মাজত তেওঁলোকে বিচৰা বস্তু কি কি পালে আৰু কি কি নাপালে—তাৰ বিচাৰ-বিশ্লেষণ কৰাহে তেওঁলোকৰ কাম। বহু সময়ত সমালোচকে সাহিত্যত কি আছে তাৰ পৰিবৰ্তে কি

থাকিব লাগিছিল—তাতেহে অধিক গুৰুত্ব দিয়ে। দৰাচলতে সংবেদনশীল আৰু সহৃদয়তাৰ অধিকাৰী হ'ব নোৱাৰিলে প্ৰকৃততে সাহিত্যৰ বিচাৰ কৰাটো সম্ভৱ নহয়। তাৰ বাবে সমালোচকৰ জ্ঞানৰ পৰিধিও হ'ব লাগিব গভীৰ আৰু বিশাল। সাহিত্যৰ বিষয়, আদৰ্শ আৰু ৰূপ—এই তিনিওটাৰ গুণ-দোষ দেখুৱাই পাঠকৰ বাবে সাহিত্যৰ ৰসাস্বাদন সহজ কৰি তুলিব পৰাৰ ওপৰত সমালোচকৰ কৃতিত্ব বহুপৰিমাণে নিৰ্ভৰ কৰে। গতিকে সমালোচকৰ দায়িত্ব কোনোফালৰপৰাই কম নহয়।

সমাজক বাদ দি সাহিত্যৰ কথা ভাবিব নোৱাৰি। আকৌ কেৱল আদৰ্শেৰে সাহিত্যও হ'ব নোৱাৰে। গতিকে দুয়োটা দিশৰ সামঞ্জস্য ৰক্ষা কৰিব পৰাৰ ওপৰতহে বৰ্তমানৰ সাহিত্য আৰু সাহিত্য-সমালোচনা দুয়োটা নিৰ্ভৰ কৰিছে।

যতীন্দ্ৰনাথ গোস্বামী ঃ

সাহিত্য বুলিলে ৰসৰ কথা আহিবই। ভাৰতীয় আলংকাৰিকে ৰস-নিষ্পন্নৰ ওপৰতে গুৰুত্ব দিছিল। সাহিত্য মানুহৰ অন্তৰজগতৰ ওপৰত নিৰ্ভৰশীল। সেই অন্তৰজগতক পাঠকৰ আগত স্পষ্ট কৰি তুলিব পৰাটো সমালোচকৰ কাম। সমালোচনাৰ বিভিন্ন ধাৰা প্ৰতিষ্ঠিত হৈছে। মেথিউ আৰ্নল্ডে তেওঁৰ সমালোচনাৰে ৰোমাণ্টিক যুগৰ সাহিত্যকে কেৱল নহয় সমগ্ৰ যুগটোক স্পষ্ট কৰি তুলিবলৈ যত্ন কৰিছিল।

আমি এটা নন্দনতাত্ত্বিক বাটেৰে আহি আছিলোঁ; সমাজতাত্ত্বিক দৃষ্টিভংগী আৰম্ভ হৈছেহে মাথোন। সমাজ পৰিৱৰ্তনৰ লগে লগে ৰুচি আৰু আদৰ্শৰো পৰিৱৰ্তন সাধিত হয়।

ৰসজ্ঞান আৰু সুস্থ বিচাৰ বিশ্লেষণে সমালোচনাকো সাহিত্যৰ পৰ্যায়লৈ উন্নীত কৰিব পাৰে। ড° কাকতী আৰু ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ নাম আমাৰ সাহিত্য-সমালোচনাৰ সম্পৰ্কত এই দিশৰপৰা উল্লেখযোগ্য। ডিম্বেশ্বৰ নেওগে সমালোচনা আৰু গৱেষণা প্ৰধানতঃ পুৰণি সাহিত্যৰ বিষয়ে কৰি গ'লেও ৰোমাণ্টিক যুগৰ সাহিত্যলৈকে তেওঁৰ পৰিধি বহল হৈছে। সাহিত্যৰ-বুৰঞ্জীকো যদিও সমালোচনা-সাহিত্য বুলি কোনো কোনোৱে ক'ব খোজে, সাহিত্যৰ



বুৰঞ্জীৰ সমালোচনামূলক হোৱাটো বহুসময়ত বাঞ্ছনীয় নহয়।

বৰ্তমান সময় এক অনিশ্চয়তাৰ মাজত। কোন দৃষ্টিভংগী প্ৰধান হৈ উঠিব এতিয়াই ক'ব নোৱাৰি; কিন্তু এইটো ঠিক যে আমাৰ সমালোচনা-সাহিত্যই বেজবৰুৱাৰ যুগৰপৰা আৰম্ভ কৰি ব্যাপ্তি লাভ কৰিছে।

তৰুণচন্দ্ৰ পামেগাম ঃ

সাহিত্যৰ ৰস আৰু কথা—এই দুয়োটাৰে বিশ্লেষণ আৰু বিচাৰ সমালোচনা সাহিত্যই দাঙি ধৰিব লাগে। যুগ অনুসৰি সাহিত্যৰ ৰুচিৰ যিদৰে পৰিৱৰ্তন হয়, সমালোচনা-সাহিত্যৰ দৃষ্টিভংগীও তেনেদৰে পৰিৱৰ্তন হয়। নন্দনতাত্ত্বিক আৰু সমাজতাত্ত্বিক দুয়োটা দৃষ্টিভংগীৰ সমন্বয়তহে আজিৰ যুগৰ সমালোচনাৰ প্ৰকৃত ধাৰা প্ৰৱাহিত হ'ব পাৰিব। বৰ্তমান যুগৰ সাহিত্য বাস্তৱবাদী হ'লেও সাহিত্য-ৰস-বৰ্জিত হোৱাটো বাঞ্ছনীয় নহয়।

পুৰণি সাহিত্য আৰু পুৰণি সাহিত্য-সমালোচনা দুয়োটাৰ বাবে ঐতিহাসিক দৃষ্টিৰ প্ৰয়োজন। তাৰ অবিহনে পুৰণিৰ বিচাৰ সম্ভৱ নহয়।

সাহিত্যৰ বুৰঞ্জীও কেৱল সাহিত্য আৰু সাহিত্যিকৰ নাম-তালিকা নহৈ যুগৰ ৰুচি, আদৰ্শ আৰু সাহিত্যৰ ৰূপৰ বিচাৰো হ'ব লাগে। তেহে কোনো যুগৰ ৰচনাৰ প্ৰকৃত সাহিত্যৰ অধ্যয়নৰ সুবিধা হ'ব পাৰে।

মুঠতে সম-বিচাৰ-ক্ষমতা সমালোচকৰ এটা প্ৰধান গুণ হ'ব লাগে। নহ'লে পক্ষপাত দোষ-দুষ্টতাই চুব পাৰে।

প্ৰশ্ন ঃ ললিত বৰুৱা ঃ

সাহিত্য ৰাষ্ট্ৰনীতিৰ অনুগামী হ'ব লাগেনে নালাগে?

উত্তৰ ঃ ড° গোবিন্দপ্ৰসাদ শৰ্মা ঃ

সাহিত্য সাৰ্বজনীন মানৱীয় হৃদয়বৃত্তিৰ ওপৰত নিৰ্ভৰশীল। সেইবাবে সাহিত্যৰ

সত্য চিৰন্তন; কিন্তু ৰাষ্ট্ৰনীতি পৰিৱৰ্তনশীল। কোনো ৰাজনৈতিক দৰ্শন যদি লেখকৰ জীৱনদৰ্শনত পৰিণত হ'ব পাৰে, তেতিয়া বেলেগ কথা।

প্ৰশ্ন: আব্দুছ ছাত্তাৰ:

কবি কীট্‌ছৰ মৃত্যুৰ বাবে কোনো এজন সমালোচকেই দায়ী বুলি শুনা যায়। কথাষাৰ কিমানদূৰ গ্ৰহণীয়?

উত্তৰ: ড° গোবিন্দপ্ৰসাদ শৰ্মা

সেইটো এটা প্ৰচলিত কথা; কিন্তু সত্যাসত্য সঠিককৈ কোৱা নাযায়।

—o—



চৈয়দ আব্দুল মালিক

## সাহিত্য আৰু সাহিত্য-সমালোচনা শীৰ্ষক-চক্ৰৰ সঞ্চালকৰ ভাষণ

[সাহিত্য আৰু সাহিত্য-সমালোচনাশীৰ্ষক-চক্ৰৰ সঞ্চালকৰ আসন গ্ৰহণ কৰে প্ৰথিতযশা কথা-শিল্পী চৈয়দ আব্দুল মালিকে। চৈয়দ আব্দুল মালিকৰ ভাষণৰ টোকা দাঙি ধৰা হ'ল।]

সঞ্চালকৰ আসনৰপৰা প্ৰসিদ্ধ কথাশিল্পী চৈয়দ আব্দুল মালিকে কয় যে—সাহিত্যিকৰ মূল সম্বল হ'ল—মানুহৰ জীৱন। জীৱনৰ হাঁহি-কান্দোন হৃদয়েৰে অনুভৱ কৰা আৰু তাৰ শিল্পসন্মত ৰূপদান কৰা তেওঁৰ কাম। এই কাম সাহিত্যিকৰ একান্ত নিজৰ কাম। তেওঁৰ ৰুচি, তেওঁৰ আদৰ্শ, তেওঁৰ প্ৰতিভা আৰু তেওঁৰ ক্ষমতাৰেই তেওঁ সৃষ্টি কৰে। সমালোচকৰ মূল সম্বল হ'ল—সাহিত্যিকৰ সৃষ্টি। সেই সৃষ্টি ভালেই হওক বা বেয়াই হওক তাক নতুনকৈ সৃষ্টি কৰাৰ ক্ষমতা সমালোচকৰ নাই। সেইবাবে সাহিত্য-সমালোচনা হ'ল গৌণ সৃষ্টিহে; কিন্তু যথেষ্ট দায়িত্বপ্ৰধান।

লেখকৰ বক্তব্য কি, তেওঁৰ ধাৰণা কি—বহু সমালোচকে ক'ব নোৱাৰে। সমালোচকৰ নিজৰ জিভাত সোৱাদ লগাটোৱেই সোৱাদ আৰু তিতা লগাটোৱেই তিতা হ'ব—এনে কোনো সত্য থাকিব নোৱাৰে; কিন্তু আমাৰ বহুত সমালোচকে নিজৰ ৰসনাৰদ্বাৰা পৰিচালিত হৈ সাহিত্যিকক ব্যৱস্থা-পত্ৰ দি বৈদ্যগিৰী কৰিব খোজে। এনে কাৰ্যৰদ্বাৰা সমালোচকে খন্তেকীয়া স্তাৱক কেইজনমান গোটাব পাৰিব, ভৱিষ্যতলৈ একো থৈ যাব নোৱাৰিব।

সমালোচনাৰ গুণ সম্পৰ্কে শ্ৰীমালিকে কয় যে—সাহিত্য-সমালোচনা ধেমালিৰ বস্তু নহয়। তাত এহাতে থাকিব লাগিব সাহিত্যিকে যি জীৱনৰ কথা কৈছে সেই জীৱনক বুজাৰ ক্ষমতা আৰু সাহিত্যিকৰ ৰচনাত প্ৰতিফলিত জীৱনৰ লগত তাৰ বাস্তৱ-সংগতি অনুধাৱন কৰাৰ ক্ষমতা; আনহাতে হ'ব লাগিব বস্তু

নিৰপেক্ষ আৰু পক্ষপাতবিহীন। এহাতে হ'ব লাগিব স্পষ্ট আৰু আনহাতে হ'ব লাগিব শিষ্ট। ই কেৱল আদৰ্শ-নিৰ্ভৰ হ'লে যিদৰে বিপদ, কেৱল আংগিক-নিৰ্ভৰ হ'লেও সমানেই বিপদ। আদৰ্শ, বিষয়বস্তু আৰু আংগিকক স্বাভাৱিকতা আৰু শিল্পবোধ দুয়োটাৰে কষটি শিলত পৰীক্ষা কৰি স্পষ্ট কিন্তু শিষ্টভাষাৰে সমালোচকে সাহিত্যৰ গুণ-দোষৰ বিচাৰ-বিশ্লেষণ কৰক। ব্যক্তিগত ভালপোৱাৰ বেয়াপোৱাৰ ওপৰত নিৰ্ভৰ কৰা সমালোচনা ব্যৰ্থশ্ৰমত পৰিণত হ'বলৈ বাধ্য।

অসমীয়া লেখকসকলৰ অৱস্থাৰ কথা উল্লেখ কৰি তেওঁ কয় –লেখকসকলে নিজৰ অনেক ত্যাগ কৰিও প্ৰাণৰ তাগিদত লিখে। অসমীয়া লেখকসকলৰ আৰ্থিক অৱস্থা কেইজনৰ এনে স্বচ্ছল যে নিজৰ জীৱনৰ প্ৰাত্যহিক সমস্যাৰ-পৰা নিজক মুক্ত ৰাখি সাহিত্য-সৃষ্টিত আত্মনিয়ুক্ত হ'ব পাৰে? অথচ তেওঁলোকেই জাতিটোৰ প্ৰকৃত প্ৰাণশক্তি ধাৰণ কৰিছে। এই সাহিত্যিকসকলৰ প্ৰতি সমাজৰো এক নৈতিক দায়িত্ব আছে।

শেষ পৰ্যন্ত ৰসাস্বাদনৰ বাবে মানুহ সাহিত্যৰ কাষ চাপিব; সমালোচনাৰ কাষ নাচাপে; কিন্তু আমাৰ মাজত এনে সমালোচকো ওলাইছে, যিসকলে সাহিত্যিকতকৈ তেওঁলোকৰ আসন বেছি ওপৰ বুলি ভাৱে। দৰাচলতে সময়েই নিৰূপণ কৰিব কোনবোৰ সৃষ্টি ভাল আৰু কোনবোৰ সৃষ্টি বেয়া।

সাহিত্যৰ বুৰঞ্জী আৰু সমালোচনা-সাহিত্য দুটা বস্তু। এটাত আছে সাহিত্যৰ কালানুক্ৰমিক জীৱনপঞ্জীৰ লগত প্ৰত্যেক যুগৰ চালিকাশক্তিক চিনাই দিয়াৰ চেষ্টা; আনটোত আছে কোনো বিশেষ-ৰচনাৰ ৰসভাষা দান কৰাৰ চেষ্টা। আমি দুয়োটা দিশতেই বহুত পিছত আছোঁ।

শেহত সঞ্চালকে—এনে শিবিৰৰ যোগে সাহিত্যিক আৰু সমালোচকসকলৰ একেলগে বহাৰ সুবিধা দিয়াৰ বাবে অসম সাহিত্য সভাৰ প্ৰতি ধন্যবাদ জ্ঞাপন কৰি কয় যে এনে সম্মিলনে সৃষ্টি আৰু স্ৰষ্টাক যিদৰে বুজাৰ সুযোগ দিব, তেনেকৈ অনেক ভ্ৰান্তিও আঁতৰ কৰিব পাৰিব।

—০—

## লেখক আৰু প্ৰকাশৰ সম্পৰ্ক আৰু চুক্তি

১। আপোনাৰ নিজা পুথি প্ৰকাশৰ ক্ষেত্ৰত আপুনি পোৱা সুবিধা আৰু অসুবিধাৰ এটি আভাস দিবনে?

২। লেখক হিচাপে জীৱিকাৰ বৃত্তি অসমত নিৰ্বাহ কৰা সম্ভৱনে?

৩। আপুনি আপোনাৰ কিতাপৰপৰা কেনেদৰে ৰয়েলিটি পাইছে? নে এককালীনভাৱে ৰয়েলিটি লৈছে?

৪। ৰয়েলিটিৰ ভিত্তি কেনে হোৱা উচিত বুলি ভাৱে?

৫। স্বত্ব-সংৰক্ষণ সম্পৰ্কে আপোনাৰ নিজা মতামত কেনেকুৱা?

৬। প্ৰকাশকৰ লগত আপুনি লিখিত চুক্তি কৰি লয়নে?

৭। তেনে চুক্তি প্ৰকাশকে ৰক্ষা কৰিছেনে?

৮। আমাৰ লেখকসকলৰ স্বাৰ্থহানি হোৱাৰ কিবা দৃষ্টান্ত আপোনাৰ জনা আছেনে?

৯। লেখক আৰু প্ৰকাশক দুয়োপক্ষৰে স্বাৰ্থৰক্ষা কৰিব পৰাকৈ মানসম্পন্ন চুক্তি-প্ৰপত্ৰ (Contarct Form)ৰ প্ৰয়োজনীয়তা আপুনি অনুভৱ নকৰেনে?

১০। অসম সাহিত্য সভাই এই ক্ষেত্ৰত কেনে ভূমিকা ল'ব পাৰে বুলি ভাৱে?

—০—

নগেন শইকীয়া

# লেখক আৰু প্ৰকাশকৰ সমস্যা আৰু সম্পৰ্ক

অসমীয়া ভাষা-ভাষী শিক্ষিত মানুহৰ সংখ্যা অনুপাতে অসমীয়া কিতাপৰ বিক্ৰী কম—এই অভিযোগটো প্ৰায়ে শুনা যায়। সেইবাবে একোখন কিতাপ এহেজাৰৰপৰা তিনিহেজাৰৰ ভিতৰত সাধাৰণতে ছপোৱা হয়। অৱশ্যে অসৎ প্ৰকাশকে যদি তাতোকৈ অতিৰিক্ত সংখ্যক ছপায়ো ব্যৱসায় কৰে—ধৰা পেলোৱাৰ সহজ উপায় নাই।

অসমীয়া কিতাপৰ প্ৰকাশৰ সংখ্যাও অন্যভাষাৰ তুলনাত যথেষ্ট কম। অৱশ্যে এই সংখ্যাটো প্ৰতিবছৰে কেন্দ্ৰীয় চৰকাৰৰ পক্ষৰপৰা দিয়া হিচাপৰ ভিত্তিত গৃহীত। দৰাচলতে যিমান সংখ্যক পুথি প্ৰকাশ হোৱা বুলি কোৱা হয়, তাতকৈ বেছি পুথি প্ৰকাশ হয়; কিন্তু আমাৰ সৰহসংখ্যক পুথি প্ৰকাশকেই জাতীয় গ্ৰন্থাগাৰলৈ পুথি নপঠায়। বহুতো সৰু সৰু প্ৰকাশন-প্ৰতিষ্ঠানে হয়তো নাজানেই। তেনে বহুত প্ৰকাশকে এখন বা দুখন সৰু-সুৰা পুথি প্ৰকাশ কৰি নীৰৱ হয়। গতিকে জাতীয় গ্ৰন্থাগাৰ, ৰাজ্যিক গ্ৰন্থাগাৰ আৰু চৰকাৰৰ তথ্য আৰু প্ৰচাৰ বিভাগলৈ প্ৰতিখন ছপা কিতাপৰ একোটাকৈ কপি পঠোৱাটো বাধ্যতামূলক কৰিব পাৰিলে আচল সংখ্যাটো পোৱা যাব পাৰে।

অসমীয়া পুথিৰ প্ৰচাৰ-সংখ্যা বৃদ্ধি নোহোৱাৰ কাৰণ হ'ল—(১) আকৰ্ষণীয় বিজ্ঞাপনৰ অভাৱ। প্ৰকাশন প্ৰতিষ্ঠানসমূহে পুথিৰ নামতকৈ নিজৰ প্ৰতিষ্ঠানৰ নামৰ ওপৰতহে গুৰুত্ব দিয়ে বেছি। (২) আমাৰ সৰহসংখ্যক প্ৰকাশকৰে বিৰৰণ ব্যৱস্থা শোকলগা। (৩) অসমীয়া আলোচনা আৰু বাতৰি কাকতসমূহেও পুথি-পৰিচয় বা পুথি সমালোচনাত বিশেষ মনোযোগ দিয়া চকুত নপৰে। (৪) আমাৰ প্ৰবীণ-নবীন লেখকসকলৰ পৰিচয়ো ৰাজহুৱাকৈ দিয়াৰ প্ৰয়োজন কাকতসমূহে অনুভৱ কৰে বুলি ধাৰণা নহয়। গতিকে একোজন লেখক বহুসময়ত অপৰিচিত হৈয়েই থাকি যায়।

অসমীয়া লেখকসকলৰ অৱস্থাও দুঃখজনক। লেখকে কেৱল জীৱিকাৰ বৃত্তি



হিচাপে গ্ৰহণ কৰি এটা নিশ্চয়তাপূৰ্ণ জীৱন কটোৱাৰ চিন্তা কৰা নাযায়। তেওঁলোকৰ সৰহ সংখ্যকৰ বাবে কিতাপ লিখি জীৱিকানিৰ্বাহ কৰা সহস্ৰ-যোজন দূৰতে থাকক, কিতাপ লিখি প্ৰকাশ কৰাটোৱেই সমস্যা। সৰহসংখ্যক নতুন লেখকেই প্ৰকাশকৰপৰা কোনো প্ৰকাৰৰ ৰয়েলিটি বাদেই সামান্য দক্ষিণাও নাপায়। অৰ্থাভাৱত লেখকে পাণ্ডুলিপি অতি সস্তাতে বিক্ৰী কৰাৰ উদাহৰণো ওলাব। লিখাৰ সময়ত এজন প্ৰকৃত লেখকে পইচাৰ জোখেৰে নিলিখে; কিন্তু এইটোও সমানেই সত্য যে—অৰ্থক্লিষ্টতাৰ বাবেই আমাৰ বহুতো সম্ভাৱ্য প্ৰতিভাই সেই প্ৰতিভাক জীৱিকাৰ বৃত্তিৰ কামত প্ৰয়োগ কৰিব লগা হৈ আহিছে। বহুসময়ত প্ৰকাশকৰ ওচৰত সামান্য প্ৰাপ্য অৰ্থৰ বাবে ভিখাৰীৰ দৰে দ্বাৰস্থ হ'ব লগাৰ আৰু ভিখাৰীয়ে পোৱা ব্যৱহাৰ পোৱাৰ উদাহৰণো নোহোৱা নহয়।

আমাৰ বোধকৰোঁ শতকৰা এশজন লেখকেই প্ৰকাশকৰ লগত কোনো লিখিত চুক্তি নকৰে—যাৰ ফলত ৰয়েল্‌টিৰ কোনো বন্দৱস্ত নাথাকে। আনকি 'কপিৰাইট'ৰ বিধি উলংঘাৰ দৃষ্টান্তও বিচাৰিলে ওলাব—সন্দেহ নাই। গতিকে, একোজন লেখকৰ লগত একোটি প্ৰকাশন প্ৰতিষ্ঠানৰ সম্পৰ্ক স্থায়ী হোৱাত অনেক বাধা থিয় হয়। তাৰদ্বাৰা প্ৰকাশকৰ ক্ষতি নহয়, লেখকৰে ক্ষতি হয়। বহু সময়ত কোনো কোনো প্ৰকাশকে পাণ্ডুলিপি বছৰৰ পিছত বছৰ পেলাই থোৱাৰ, পাণ্ডুলিপি হেৰুৱাৰ বা নষ্ট কৰাৰ বা কম দামত লৈ আনৰ নামত প্ৰকাশ কৰাৰ দৃষ্টান্তও ওলাব। লেখকসকলেও যদি কেৱল অৰ্থৰ বাবেই লিখিলেহেঁতেন আমাৰ বোধকৰোঁ এটা বুজন সংখ্যক ভাল গ্ৰন্থয়ো ইমানদিনে প্ৰকাশৰ মুখ নেদেখিলেহেঁতেন।

এতিয়া প্ৰকাশকসকলৰ পক্ষৰপৰা বিষয়টো চোৱা যাওক। মুষ্টিমেয় সৎ প্ৰকাশকে যে লেখকক মৰ্যাদাসহকাৰে ব্যৱহাৰ কৰি আহিছে—সেই বিষয়ে সন্দেহ নাই। তত্ৰাচ অসমীয়া পুথি প্ৰকাশৰ বাবে অনিচ্ছুক মনোভাৱ কিয়? প্ৰকাশকসকলৰ বহুতেই কয় যে— (১) অসমীয়া পুথিৰ পঢ়ুৱৈৰ সংখ্যা কম বাবে বিক্ৰীৰ অনুপাতো কম। দুহাজাৰ সংখ্যক কিতাপ বিক্ৰীৰ বাবে দুবছৰৰপৰা পাঁচবছৰলৈ বাট চাব লাগে। গতিকে পুথি প্ৰকাশনত নিয়োজিত মূল ধনৰপৰা প্ৰত্যাশিত আয় নহয়; বৰং বহুসময়ত মূলধনেই নোলায়। (২) পুথি বিক্ৰেতাসকলক ৩০/৪০ শতাংশলৈকে বৰ্তন (কমিছন) দিবলগীয়া

হয়; তথাপিও নগদ ধন আদায় নহয়। (৩) প্ৰতিষ্ঠিত জনপ্ৰিয় লেখকৰ গল্প-উপন্যাসৰ বাহিৰে নতুন লেখকৰ গল্প-উপন্যাসো সহজে বিক্ৰী নহয়। (৪) সাধাৰণতে গল্প-উপন্যাস বিক্ৰী হয় বিয়া-বাৰুৰ সময়তহে; তাকো অত্যধিক পাঁচটকা দামৰ পুথি। (৫) ছবিয়াছ বিষয়ৰ পুথি বিক্ৰী নহয়; যৌনতাৰ গন্ধ থকা আৰু চোৰাংচোৰা-জাতীয় ক্ৰাইম, থ্ৰিলাৰ, ডিটেক্‌টিভ্‌ আদি বিক্ৰী হয়; কিন্তু তেনে কিতাপ আমাৰ লেখকসকলে লিখিব নোখোজে। (৬) ছপা আৰু কাগজৰ ব্যয় বৃদ্ধি হোৱাৰ ফলত পুথি ছপাৰ ব্যয় বাঢ়িল। (৭) অসমত পৰ্যাপ্ত সংখ্যক উপযুক্ত ছপাশাল নাই আৰু ছপা ব্যয়ো বেছি। (৮) কলিকতাত ছপাই আনোঁতে কিছু পুথি নষ্ট হয়; ৰাখোঁতেও কিছু পুথি নষ্ট হয়; উপহাৰ দিওঁতেও কিছু কপি যায়। ফলত লেখকক দিবলৈ, দামী বিজ্ঞাপন প্ৰচাৰ কৰিবলৈ ধন নাথাকে। ইমানতো লেখকসকলক কিছু পুথি বিনামূল্যে আৰু সাধ্যানুসৰি মাননি দিয়া হয়। এনেভাৱে নচলা হ'লে অসমীয়া পুথি প্ৰকাশৰ সংখ্যাই অনেক পৰিমাণে কমি গলহেঁতেন।

এইটো ঠিক যে ব্যক্তিগত প্ৰকাশকসকলৰ বাবেই আমাৰ জাতীয় সাহিত্য টিকি আছে। গতিকে তেওঁলোকৰ স্বাৰ্থৰ কথাও বিবেচ্য। দুয়োপক্ষৰ সমস্যাসমূহ বহলভাৱে আলোচনা কৰি সমাধানৰ পথ নিৰ্দেশ কৰিব পাৰিলে বহুপৰিমাণে লেখকসকলো উপকৃত হ'ব আৰু প্ৰকাশকসকলৰ ব্যৱসায়ো বৰ্তি থাকিব; কিন্তু অসততা নিৰ্মূল নহ'লে সমস্যা সমাধান নহয়।

আমাৰ বহু লেখকেই কপিৰাইট আইন বা ৰয়েলটি সম্পৰ্কীয় বিধিব্যৱস্থাৰ কথা নাজানে। অসম সাহিত্য সভাৰ উদ্যোগত যদি এটা 'ৰাইটাৰ্ছ চে'ল' (লেখক পৰিষদ) স্থাপন কৰিব পাৰি আৰু এই পৰিষদৰ যোগেদি লেখক আৰু প্ৰকাশৰ মাজত বাঞ্ছিত চুক্তিপত্ৰাদি কৰিব পাৰি তেনেহ'লে লেখক-প্ৰকাশকৰ সম্পৰ্কই এটা বিধিসন্মত ৰূপ পাব পাৰে আৰু দুয়োপক্ষৰ স্বাৰ্থও ৰক্ষিত হ'ব পাৰে। তাৰবাবে (১) এখন মানসম্পন্ন চুক্তি-পত্ৰ প্ৰস্তুত কৰিব লাগিব, (২) ৰাজ্য-চৰকাৰৰপৰা আইনগত সাহায্য (প্ৰয়োজন বুজি এখন 'আইন' চৰকাৰে গ্ৰহণ কৰিব লাগে) পাব লাগিব, (৩) চৰকাৰী-বেচৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানৰ পুথিভঁৰালৈ পুথিক্ৰয় কৰাৰ 'ষ্টেণ্ডিং অৰ্ডাৰ' (স্থায়ী আদেশ) থাকিব লাগিব। প্ৰস্তাৱিত 'আইন'খনে লেখক আৰু প্ৰকাশকৰ দায়িত্ব আৰু কৰ্তব্য নিৰ্দেশ কৰি দিয়াৰ ওপৰত বহুখিনি সাফল্য নিৰ্ভৰ কৰিব।

—০—

আব্দুছ ছাত্তাৰ

## লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক

"লেখক আৰু প্ৰকাশক" নামৰ বিষয় এটাৰ চিন্তা কৰি ১৯৬৪ চনতে স্বৰ্গীয় বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ অনুৰোধ ৰক্ষা কৰি সৰু এটা প্ৰবন্ধ লিখিছিলোঁ তেখেতৰ সম্পাদনাত ওলোৱা Quarterly ত। এতিয়া সাহিত্য সভাৰ 'লেখক-শিবিৰ'ত প্ৰায় ঠিক একেটা বিষয়তে 'লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক'ত ভাগ ল'ব লগা হোৱাত তেতিয়াতকৈ এতিয়া নিজৰ বুদ্ধিও পূৰঠ হোৱাত আৰু সাময়িক সমস্যালৈ লক্ষ্য কৰি নতুনকৈ সেই প্ৰবন্ধটোকে ন-ৰূপত সজাই তুলি দাঙি ধৰিবলৈ লৈছোঁ—কিন্তু ইয়াত মই পাঠ্যপুথি প্ৰকাশকৰ কথা ক'বলৈ লোৱা নাই।

লেখক আৰু প্ৰকাশকৰ সম্বন্ধ বা সম্পৰ্ক একে নহৈও বৰ ওচৰ আৰু বৰ ওচৰ হৈয়ো বৰ দূৰ। এটা সাঁথৰেই যেন। সম্বন্ধটো ফঁহিয়ালে এনে হয়—লেখক নাথাকিলে প্ৰকাশকৰ অস্তিত্ব নাই; আনফালে প্ৰকাশক নাথাকিলেও বা প্ৰকাশক নোলালেও লেখক ওলাব, আকৌ প্ৰকাশকেই হয়তো এজন লেখকক বিশিষ্ট আসনত বহুৱায়। গতিকে, সাধাৰণতে লেখকে প্ৰকাশকলৈ চিন্তা কৰি নিলিখে; কিন্তু লেখকক চাইহে অৰ্থাৎ লিখা চাইহে প্ৰকাশক ওলায়। প্ৰকাশকৰ মুখ্য উদ্দেশ্য হ'ল ব্যৱসায়। অৰ্থাৎ আৰ্থিক লাভালাভলৈ চাইহে প্ৰকাশকে প্ৰকাশন হাতত লয়।

লেখকে কিন্তু ব্যৱসায় কৰোঁ বুলি লিখিলে সাহিত্য সৃষ্টিত বাধা জন্মে। প্ৰকৃত আৰ্ট বা কলা ইয়াৰ বহুতো ওপৰত। তেনে নোহোৱা হলে জগতত উচ্চ দৰৰ সাহিত্য সৃষ্টি নহ'লহেঁতেন। কাৰণ ব্যৱসায়ৰ পিনৰপৰা সৰহ সংখ্যক বিক্ৰী হোৱা কিতাপখনেই ভাল কিতাপ আৰু তেনে কিতাপৰ প্ৰতি প্ৰকাশকৰ সাধাৰণতে হেঁপাহ বেছি। অথচ, সাহিত্যৰ বিচাৰত সি হয়তো তল শ্ৰেণীৰ সাহিত্য।

সাহিত্যৰ নামত সস্তীয়া যৌন বিকাৰগ্ৰস্ত সাহিত্য আমাৰ সাহিত্যত অভাৱ নাই। সেইবোৰে নৈতিকতাৰ নামত চেঁচা পানী ঢালিছে। কোনোবা অজ্ঞাত বাপেকে নিজৰ পুষ্পিতা জীয়েকৰ লগত কামনাচৰিতাৰ্থ কৰিছে, কোনোবা ৰজাই আকৌ লিগিৰীৰূপে যুৱতী আনি উলংগ কৰি সৰ্বাংগৰ পৰশ আৰু দৰ্শন-সুখ লাভ কৰিছে। এনে ধৰণে প্ৰকাশ পোৱা গল্প, উপন্যাসসমূহ ওলোৱাৰ লগে লগে বিক্ৰী হয়। এয়া হ'ল—লেখক-প্ৰকাশকৰ পোনপটীয়া টকা ঘটা ব্যৱসায়। গতিকে প্ৰকাশকক সেই শ্ৰেণীৰ সাহিত্যৰ ব্যৱসায়ী বুলি ধাৰণা কৰিলে ভুল কৰা হ'ব। প্ৰকাশকৰ ৰুচিত সামাজিক আদৰ্শ পৰিস্ফুট হৈ উঠিব লাগিব। গতিকে প্ৰকাশক সামাজিক ৰুচিৰ প্ৰতি সজাগ হৈ থাকিব লাগিব। প্ৰকাশকে সুসাহিত্য প্ৰকাশ কৰিলেহে সুৰুচিৰ আদৰ হয়। প্ৰকাশকৰ অভাৱত বহুতো ভাল ৰুচিৰ গ্ৰন্থ অনাদৰত পঁচিছে, উঁই-পইতাচোৰাই খাইছে; গতিকে সুসাহিত্য উদ্ধাৰ কৰা সুপ্ৰকাশকৰ কাম। মানৱীয় কামনা-বাসনাৰ প্ৰকাশ থাকিলেই আমি কেতিয়াও ৰুচি বিগৰ্হিত সাহিত্য বুলি ক'ব নোৱাৰোঁ। লেখকৰ যেনেকৈ সাহিত্য-সৃষ্টিৰ অধিকাৰ আছে—প্ৰকাশকৰো তেনেকৈ তেনে ধৰণৰ সাহিত্য প্ৰকাশৰ দায়িত্ব আছে। বজাৰত ভাল বস্তু নাপাই [বাধ্য হৈ খাওঁতাই যেনেকৈ বেয়া বস্তুও পইচা দি কিনি খাব লগা হয়, ঠিক তেনেকৈ মনৰ খোৰাক যোগোৱা ভাল কিতাপ নাপালে মন তাপৰিয়াবৰ কাৰণে বেয়া কিতাপো পঢ়িব লগা হয়। গতিকে ৰুচিৰ প্ৰতি লক্ষ্য লেখক আৰু প্ৰকাশক দুয়ো ৰাখিব লাগিব। আমাৰ সাহিত্য দুখীয়া বুলি যিহকে পায় তিহকে এসোপা ছপাই কিতাপ উলিয়াই চহকী কৰিবলৈ গ'লে সি সংখ্যাত বাঢ়িব; কিন্তু স্থায়ী নহয় আৰু জাতীয় জীৱনত কিবা যে বিশেষ সহায় কৰিব তাকো আশা কৰিব নোৱাৰি। গতিকে প্ৰকাশকসকলৰ প্ৰথম কথা হ'ব—সামাজিক আৰু জাতীয় জীৱনত যি শ্ৰেণীৰ সাহিত্যই সহায় কৰিব পাৰে তেনে সাহিত্য প্ৰকাশৰ চেষ্টা কৰা। গতিকে প্ৰকাশকৰ জাতীয় জীৱন আৰু জাতীয় সাহিত্যৰ প্ৰতি সম্ভাৱ থাকিব লাগিব। লেখক আৰু প্ৰকাশকৰ যথাক্ৰমে যেনেকৈ সাহিত্য সৃষ্টি আৰু প্ৰকাশৰ দায়িত্ব আছে, তেনেকৈ পঢ়ুৱৈ সমাজৰো কিতাপ কিনাৰ দায়িত্ব আছে। সাধাৰণতে এটা আপত্তি শুনা যায় যে আমাৰ মানুহে যথেষ্ট কিতাপ পঢ়ে; কিন্তু কিতাপ নিকিনে। গতিকে কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ এষাৰ কথালৈ সোঁৱৰাই দিব পাৰি। তেখেতে কৈছিল—"বই পড়ুন না, বই কিনুন।" কিতাপ যেতিয়ালৈকে কিনি



পঢ়ুৱৈয়ে পঢ়িবলৈ আগ্ৰহ নকৰিব তেতিয়ালৈকে কিতাপ ছপোৱা ব্যৱসায়ে প্ৰসাৰতা লাভ কৰিব নোৱাৰে। আমাৰ এখন কিতাপ এজনে কিনিলে তেওঁৰ বন্ধু-বান্ধৱ মহলে সেই কিতাপখন নিকিনে বা তেওঁৰ চুবুৰিটোত আৰু আন এজনৰ কিনিবৰ আৱশ্যকতা নোহোৱা হয়। এনেবোৰ অৱস্থালৈ লক্ষ্য কৰি কিতাপৰ প্ৰতি সচেতন কৰি তুলিবলৈ লেখক আৰু প্ৰকাশক দুয়ো ফালৰ সযত্ন পৰিশ্ৰমৰ আৱশ্যক। যদি কিতাপ বিক্ৰী হওক বুলি, নাইবা আলোচনী আৰু বাতৰি কাকত জনপ্ৰিয় হওক বুলি, সমাজৰ আৱৰ্জনাৰ আশ্ৰয় লৈ—অৰ্থাৎ হত্যা, নাৰী অপহৰণ, ব্যভিচাৰ, ঠগ, প্ৰৱঞ্চনামূলক ঘটনাৰ প্ৰচাৰ কৰিব লগা হয় তেন্তে সুকীয়া কথা; কিন্তু যদি সুস্থ-সৰল সমাজ এখন ৰচনা কৰিবলৈ বিৰাট আশা আমি পুহি ৰাখোঁ; তেন্তে তেনে ধৰণৰ সামাজিক কুৎসিৎ ফালটো নেদেখুৱাকৈ নোৱাৰো জানো? বেমাৰত ভুগি কষ্ট পাই চিকিৎসা কৰাতকৈ বেমাৰত নপৰাৰ ব্যৱস্থা কৰা যেনেকৈ শ্ৰেয়, ঠিক তেনেকৈ সামাজিক কল্যাণৰ ক্ষতিকাৰক কাৰ্যাৱলী নেদেখুৱায়ো আমি সাহিত্য চৰ্চা কৰিব পাৰোঁ। কাৰণ, এনে ধৰণৰ চৰিত্ৰৰ প্ৰতি উঠি অহা ডেকা-ডেকেৰীৰ মনোযোগ আকৰ্ষণ কৰে। গতিকে যিথিনিলৈকে সংযত বৰ্ণনা কৰিব পাৰি তাৰ বৰ্ণনা থাকক, কাৰণ সংযত বৰ্ণনাইহে সংযম শিকায়। বাস্তৱতাৰ নামত অশ্লীলতাক কিয় ঠাই দিম? সম্প্ৰতি বাস্তৱ বাস্তৱ বুলি অশ্লীলতাই ইমান শিপাইছে যে নৈতিকতা বোলা কথাষাৰ হেৰাই গৈছে। সকলো কথাৰে সামাজিক পৱিত্ৰতা (Social Sanctity) আছে। এনে দৃষ্টিভংগীত এনেবোৰ ৰীতি-নীতিয়েই বোলক নাইবা কথা-কাণ্ডই বোলক আৱশ্যকীয়। গতিকে বাস্তৱতাৰ ৰূপ সাহিত্যত প্ৰকাশ কৰিবলৈ সিমানলৈকে চেষ্টা হ'ব লাগে য'লৈকে কৰিলে নৈতিকতাৰ হানি নহয়। সামাজিক ৰুচি সাহিত্যিক আৰু প্ৰকাশকে বিচাৰ কৰিবপৰা ক্ষমতা থাকিব লাগিব।

এতিয়া মূল বক্তব্যকেইটা তলত দিয়া ধৰণে দাঙি ধৰিব পাৰি—

(১) লেখক- প্ৰকাশকৰ সম্পৰ্ক অতি ওচৰ বুলি এই কাৰণেই উনুকিয়াই আহিছোঁ যে প্ৰকাশকৰ অবিহনতে একোজন নিষ্ঠাৱান সুলেখকো অজ্ঞাত হৈ ৰয় আৰু একোজন লেখকৰ পুথি প্ৰকাশ কৰি একোজন প্ৰকাশক হঠাৎ খ্যাতিমন্ত হয়। ধন আপোনা-আপুনি আহে। ইয়ালৈ চালে লেখকেই প্ৰকাশকক উচ্চ স্তৰলৈ নিয়ে।

(২) ডিব্ৰুগড়ৰ ভট্টাচাৰ্য এজেন্সি, যোৰহাটৰ বৰকটকী কোম্পানী, গুৱাহাটীৰ দত্তবৰুৱা এণ্ড্ কোম্পানীয়ে বুজন সংখ্যক অসমীয়া কিতাপ নথকা দিনত পুৰণি পুথিসমূহৰ প্ৰকাশৰ দিহা নকৰা হ'লে হয়তো সেই পুথিসমূহ লুপ্ত হ'লহেঁতেন বা বৰ পলমকৈ প্ৰকাশ পালেহেঁতেন। সেই পিনৰপৰা স্বৰ্গীয় দুৰ্গাধৰ বৰকটকী, ৺শিৱনাথ ভট্টাচাৰ্য আৰু ৺হৰিনাৰায়ণ দত্তবৰুৱাৰ নাম অসমীয়া জাতিয়ে চিৰদিন সুঁৱৰিব লাগিব।

দ্বিতীয়তে আজি ২/৩ দশকৰ ভিতৰত চপলা বুক্ ষ্টল, লয়াৰ্ছ বুক্ ষ্টল, মিত্ৰ এজেন্সি, নিউ বুক্ ষ্টল, অসম বুক্ ডিপো, গুৱাহাটী বুক্ ষ্টল, বাণী প্ৰকাশ আৰু শ্ৰীভূমি প্ৰকাশ আদিয়ে বহুতো লেখকৰ সৃষ্টি কৰিলে বা অসমীয়া সাহিত্য-ভঁড়াল চহকী কৰিলে। এই ক্ষেত্ৰতো প্ৰকাশকৰ স্থান লেখকতকৈ তলত বুলি ক'বৰ মন নাযায়। অসমীয়া সাহিত্য-সৃষ্টিত এইসকল প্ৰকাশকৰ অৰিহণা উলাই কৰিব লগা নহয়।

(৩) প্ৰকাশকৰ সাহৰ কাৰণেই একোখন বিৰাট আকাৰৰ গ্ৰন্থ প্ৰকাশ হয়। এই ক্ষেত্ৰত প্ৰকাশকজনক সাহিত্যৰ সেৱক বুলি কোৱা উচিত; কিন্তু এনে উদাহৰণো বিৰল নহয় যে লেখকৰ দাৰিদ্ৰ্যৰ সুবিধা লৈও, ৪০/৫০ টকা দিয়ো একোখন কিতাপৰ স্বত্ব পৰ্যন্তও প্ৰকাশকে কিনি লয়। এনে কথা আমি জানোঁ।

(৪) লেখক আৰু প্ৰকাশকৰ সুস্থ সম্পৰ্কৰ কাৰণে এটা সংঘ লাগে—কাৰণ, ৰুচিপূৰ্ণ পুথি প্ৰকাশৰ কাৰণে এনে সংঘই বৰঙনি যোগাব বুলি ধাৰণা কৰিব পাৰি।

(৫) লেখক-প্ৰকাশকৰ সামূহিক প্ৰচেষ্টাৰ আৱশ্যক। এই কাৰণেই যাতে ৰুচি অনুযায়ী বিভিন্ন ধৰণৰ পুথিৰ যোগান ধৰিব পাৰি। ইয়াতে কথা এটা ক'লে অত্যুক্তি কৰা নহ'ব যে অসমৰ বাহিৰে আন ৰাজ্যত পুথি বিক্ৰী অভিকৰ্তাই (এজেণ্ট) কিতাপ বিক্ৰীত যি অৰিহণা যোগাইছে সেয়া অসমত এতিয়াও হৈ উঠা নাই। এয়া নহ'লে সৰ্বসাধাৰণে নতুনকৈ প্ৰকাশ হোৱা পুথি লগে লগে চকুৰে চাই লোৱাৰ উপায় নাই। এই ধৰণৰ ব্যৱস্থাও লেখক-প্ৰকাশক সংঘই কৰিব পৰিব।



(৬) কিতাপ প্ৰকাশত প্ৰকাশকৰ আৰ্থিক লাভালাভৰ প্ৰশ্ন সদায় থাকিব আৰু লেখক-প্ৰকাশকৰ সম্পৰ্ক সদায়ে আৰ্থিক দিশত ৰৈ থাকিব লাগিব; কিন্তু এই ব্যৱসায়ৰ ক্ষেত্ৰত দুয়োৰো সততাৰ অতি প্ৰয়োজন।

(৭) অসমৰ বজাৰত অৱশ্যে পাঠ্যপুথি-বিক্ৰেতা আৰু প্ৰকাশকৰ সংখ্যাই সৰহ। এইফালে পাঠ্যপুথি প্ৰকাশ কৰি আৰু বিক্ৰী কৰি বছৰটোত যি ধন ঘটে তাৰদ্বাৰাহে বাহিৰা কিতাপ ছপোৱাৰ কথা ভাৱিব পাৰে। কাৰণ বাহিৰা কিতাপৰ বিক্ৰীৰ গতি অতি মন্থৰ; কিন্তু বৰ্তমান অৱস্থাত বিশ্ববিদ্যালয়, পাঠ্যপুথি নিগম আদিয়ে পাঠ্যপুথিৰ প্ৰকাশ আৰু বিক্ৰী নিজৰ হাতত লোৱাত —অসমৰ কিতাপ ব্যৱসায়ত এটা ঘ'তি পৰিছে বা পুথি-প্ৰকাশন-ব্যৱসায় ব্যাহত হৈছে বুলিব পাৰি আৰু ইয়াৰদ্বাৰা লেখক-প্ৰকাশকৰ সম্পৰ্কও শিথিল হৈ আহিছে।

গতিকে লেখক-প্ৰকাশকে সংঘবদ্ধভাৱে এটা প্ৰচেষ্টা চলাব লাগে যাতে দুয়ো পক্ষ ৰক্ষা পৰে আৰু এই কথাও তেখেতসকলেই ভৱা উচিত কেনেকৈ আমাৰ সাহিত্যত সুস্থ, সৱল, ৰুচিসম্মত স্থায়ী সাহিত্য সৃষ্টি হয়।

—০—

## লেখক-প্ৰকাশকৰ সমস্যা আৰু সম্পৰ্ক আলোচনাৰ টোকা

**কুমাৰ কিশোৰ ঃ**

অসমীয়া পুথিৰ প্ৰকাশত যে নানা সমস্যা আছে সেই বিষয়ে সন্দেহ নাই। লেখকসকলে নিজে পুথি প্ৰকাশ কৰাৰ সামৰ্থও নাই, সুবিধাও নাই। এখন কিতাপ লিখি উঠি প্ৰকাশকৰ দ্বাৰস্থ হ'বলগীয়া হোৱাটোও বৰ অস্বস্তিকৰ কথাই। অৱশ্যে মই নিজা পুথি প্ৰকাশৰ বাবে প্ৰকাশক পাই আহিছোঁ। পুথি লিখি তাৰে জীৱিকানিৰ্বাহ কৰাটো আমাৰ বাবে এতিয়াও সম্ভৱ হৈ উঠা নাই। জীৱিকাৰ বৃত্তিৰপৰা আজৰি পোৱা সময়খিনিহে কিবা লিখাৰ বাবে ব্যৱহাৰ কৰিব পাৰি। সাধাৰণতে মৌখিক চুক্তিতেই বহুসময়ত পুথি প্ৰকাশকক দি অহা হৈছে। অসাধু প্ৰকাশকে এনে চুক্তি ভংগ কৰাৰ আৰু লেখকৰ অজ্ঞাতে সৰহসংখ্যক পুথি ছপোৱাৰ দৃষ্টান্ত নথকা নহয়। অসম সাহিত্য সভাই এই ক্ষেত্ৰত যদি সমাধানৰ সূত্ৰ আৱিষ্কাৰ কৰিব পাৰে বৰ আনন্দৰ কথা হয়। সভাৰ লগত সাহিত্যিকসকলৰ যোগাযোগ প্ৰত্যক্ষ হ'ব লাগে। প্ৰত্যেক লেখকেই প্ৰতিখন কিতাপত প্ৰকাশৰপৰা পোৱা ধনৰ অন্ততঃ একশতাংশ সাহিত্য সভালৈ অৰিহণাস্বৰূপে দিব পাৰিলে ভাল হয়। তদুপৰি প্ৰকাশকসকলে প্ৰতি পুথিৰ একোটাকৈ কপি অসম সাহিত্য সভা আৰু জাতীয় গ্ৰন্থাগাৰলৈ পঠাব লাগে।

**বীৰেন বৰকটকী ঃ**

প্ৰকাশক আৰু লেখকসকলৰ মাজত থকা সম্বন্ধ বহুসময়ত মধুৰ নোহোৱাটো দুখৰ কথা। নিজৰ ব্যক্তিগত অভিজ্ঞতাৰপৰা ক'ব পাৰোঁ—পুথি লিখি প্ৰকাশক বিচৰাটো এটা বৰ্ণাব নোৱৰা অৱস্থা। অসমত লেখক হিচাপে জীৱিকানিৰ্বাহ কৰাটো সম্ভৱপৰ হৈছে বুলি নাভাৱোঁ; মই মোৰ প্ৰকাশৰ পৰা যি পাইছোঁ এককালীন হিচাপেই পাইছোঁ; কিন্তু কোনো প্ৰকাশকৰ লগত লিখিত চুক্তি-পত্ৰ কৰি কিতাপ ছপাবলৈ দিয়া নাই। যদি এখন



লিখিত চুক্তি-পত্ৰ গ্ৰহণ কৰিব পাৰি—লেখক আৰু প্ৰকাশক দুয়োৰে বাবেই সুবিধাজনক হয়। চুক্তি কৰিলে লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক বিধিসম্মত হ'ব আৰু তেতিয়া কোনোপক্ষই চুক্তিভংগ কৰিলে—ব্যক্তিগত ভালপোৱা-বেয়াপোৱাৰ প্ৰশ্ন নাথাকিব। তাৰদ্বাৰা দুয়োপক্ষৰেই স্বাৰ্থ সংৰক্ষিত হ'ব। গ্ৰন্থৰ স্বত্ব সদায় লেখকৰেই থকা উচিত।

লেখক আৰু প্ৰকাশকসকলৰ মাজৰ সম্বন্ধ মধুৰ আৰু বিধিসম্মত কৰাত অসম সাহিত্য সভাই আগভাগ লোৱাটো বাঞ্ছা কৰোঁ।

**অতুলচন্দ্ৰ বৰুৱা ঃ**

প্ৰকাশকসকলৰ মাজতো দুটা শ্ৰেণী আছে—সাধু আৰু অসাধু। দুয়ো শ্ৰেণীৰ লোকৰ সংস্পৰ্শৰপৰা ভাল আৰু বেয়া অভিজ্ঞতা লাভ কৰিছোঁ। সেইবাবে মোৰ কিছু কিতাপ-পত্ৰ নিজেই প্ৰকাশৰ দায়িত্বও লৈছোঁ। অসমত লেখক হিচাপে জীৱিকানিৰ্বাহ কৰা যথেষ্ট পৰিশ্ৰমসাধ্য কথা। আমাৰ এগৰাকী প্ৰসিদ্ধ লেখক শ্ৰীবীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্যৰ বাহিৰে সৰ্বক্ষণ-সাহিত্যিক নাই বুলিলেই হয়। প্ৰকাশকৰপৰা মই আংশিক ৰয়েলটি পাইছোঁ এককালীন নহয়। এজন লেখকে তেওঁৰ গ্ৰন্থস্বত্ব ত্যাগ কৰাটো কোনো ফালৰপৰাই বাঞ্ছনীয় বুলি নাভাৱোঁ। মই নিজে কোনো লিখিত চুক্তি কৰি কিতাপ প্ৰকাশৰ বাবে দিয়া নাই। চুক্তি-পত্ৰ এখন কৰাটো বৰ প্ৰয়োজনীয়; কিন্তু কাৰ্যকৰী কৰা তেনেই সহজ নহ'ব। অসম সাহিত্য সভাই প্ৰকাশন-সমবায় গঢ়ি তুলিব পাৰিলে লেখকসকল বহুপৰিমাণে উপকৃত হ'ব।

**তৰুণচন্দ্ৰ পামেগাম ঃ**

মোৰ নিজাকৈ এতিয়া কোনো পুথি প্ৰকাশ হ'বলগীয়া নাই। আৱাহনৰ যুগতে গল্প আৰু কবিতা ৰচনাত হাত দিছিলোঁ। সেই বায়ুটোৱেই মাজে মাজে আমনি কৰেহি। জীৱিকাৰ বৃত্তি আৰু পৰিয়ালৰ ভৰণ-পোষণৰ চিন্তাই আন বহুত চিন্তাকে গ্ৰাস কৰে। মোৰ গল্প আৰু কবিতাৰ দুটা সংকলন কিছু দিনৰ আগতে নিজেই ছপাই উলিয়াইছোঁ; কিন্তু পুথি বিক্ৰেতাসকলৰ কিছু সংখ্যকৰপৰাও মিঠাতকৈ তিতা অভিজ্ঞতাহে অধিক লাভ হৈছে।

গতিকে পুথি লিখি জীৱিকানিৰ্বাহ কৰাটো সম্ভৱ বুলি মই ভাৱিব পৰা নাই। এচাম প্ৰকাশকৰ হৃদয়হীনতাৰ প্ৰমাণো পাইছোঁ। সাহিত্য সভাই যদি লিখিত চুক্তি-পত্ৰ কৰি প্ৰকাশক আৰু লেখকৰ মাজত এটা নিকপ্‌কপীয়া সম্পৰ্ক স্থাপন কৰিব পাৰে, লেখকসকলৰ ডাঙৰ উপকাৰ হ'ব।

যতীন্দ্ৰনাথ গোস্বামী ঃ

অসমত প্ৰকাশৰ দায়িত্ব লোৱাসকলৰ ভিতৰত একসংখ্যক প্ৰকাশকে কেৱল নিজৰ স্বাৰ্থৰ বাবেহে কাম কৰাত তেনে প্ৰকাশকৰ লগত লেখকৰ সম্পৰ্ক মধুৰ নহয়। অৱশ্যে সাধু প্ৰকাশকসকল নিশ্চয় আমাৰ শলাগৰ পাত্ৰ। অসমত পুথি লিখি জীৱিকানিৰ্বাহ কৰিবপৰা পৰিৱেশ এতিয়াও গঢ় লৈ উঠা নাই। মই 'অসমীয়া সাহিত্যৰ চম্ বুৰঞ্জী' গ্ৰন্থখনিৰ বাবে সামান্য ৰয়েলটি পাইছিলোঁ; কিন্তু সেইখিনি এপাচি কচুশাকত এটা জালুকৰ দৰে। মোৰ গ্ৰন্থৰ প্ৰকাশকৰ লগত কোনো বিশেষ লিখিত চুক্তি নাথাকিলেও প্ৰকাশকে চুক্তিভংগ কৰা নাই। গ্ৰন্থস্বত্ব লেখকৰ থকাটো বিধিসম্মত হ'ব লাগে। সাহিত্য সভাই এই সম্পৰ্কত উদ্যোগী হৈ সমস্যা সমাধান কৰাৰ বাট উলিয়াব পাৰিলে লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক মধুৰ হ'ব আৰু আমাৰ পুথিৰ প্ৰকাশৰ সংখ্যাও বৃদ্ধি হ'ব পাৰে বুলি ভাৱোঁ।

ডঃ নিৰ্মলপ্ৰভা বৰদলৈ ঃ

লেখক আৰু প্ৰকাশকৰ সমস্যা হ'ল—শিল্প আৰু উদ্যোগৰ মাজৰ সমস্যা। লেখকে বিচাৰে শিল্প সৃষ্টি কৰিবলৈ, প্ৰকাশকে বিচাৰে বজাৰত চলা বস্তু প্ৰকাশ কৰিবলৈ। অৱশ্যে মোৰ পুথি প্ৰকাশৰ ক্ষেত্ৰত মই বিশেষ অসুবিধা পোৱা নাই। মই কবিতা আৰু গীত প্ৰধানতঃ লিখোঁ যদিও প্ৰবন্ধৰ গ্ৰন্থ আৰু শিশুৰ উপযোগী গ্ৰন্থও লিখিছোঁ। চিনেমাৰ বাবেও মই গীত ৰচনা কৰিছোঁ আৰু তেনে ৰচনা একপ্ৰকাৰ ফৰ্মাচী হ'লেও তাৰ বাবে পাৰিতোষিক মই লাভ কৰিছোঁ; কিন্তু প্ৰকাশকসকলৰ মতে উপন্যাসৰ বজাৰেই হ'ল অন্যান্য গ্ৰন্থৰ তুলনাত বেছি ভাল। ইয়াৰ লগত পাঠকৰ ৰুচিৰ সম্পৰ্কও আছে। সৰহ সংখ্যক পঢ়ুৱৈয়ে পাতল ৰচনা বিচাৰে আৰু চাহিদা অনুসৰি প্ৰকাশকেও যোগান ধৰিবলৈ যত্ন কৰে। ইয়াৰ ফলত আমাৰ সাহিত্যৰ



মান পৰি যাবলৈ বাধ্য হ'ব। আমাৰ ভাল ভাল গ্ৰন্থ হিন্দী বা ইংৰাজীলৈ ভাঙি প্ৰকাশ কৰিব পাৰিলে অসমীয়া লেখকৰ কিতাপৰ পঢ়ুৱৈৰ সংখ্যা বাঢ়িব আৰু তাৰদ্বাৰা লেখক-প্ৰকাশক দুয়োপক্ষৰে আৰ্থিক লাভো হ'ব।

লেখক আৰু প্ৰকাশকৰ মাজত এখন চুক্তি হ'লে খুব ভালেই হয়। দিল্লীৰ "অথৰ্ছ গিল্ড অৱ ইণ্ডিয়া"'ই এনে এখন চুক্তিৰ বিষয়ে প্ৰথম সম্মিলনত আলোচনা কৰিছিল। অৱশ্যে প্ৰকাশকসকলৰ লগতো বহিব লাগিব আৰু তাৰ পিছতহে হয়তো সম্ভৱ হ'ব। মুঠতে মোৰ লেখাৰ প্ৰকাশৰ বাবে মই প্ৰকাশকসকলৰপৰা সঁহাৰি পাই আহিছোঁ। মই ভাবোঁ এখন চিনেমাত যিদৰে চুক্তি সম্পাদিত হয় তেনেভাৱে লেখকৰ স্বাৰ্থ ৰক্ষা কৰি চুক্তি হোৱাটো বাঞ্ছনীয়। অসম সাহিত্য সভাই কিছু নিয়ম বান্ধি দিয়াৰ বাট মোকোলাব লাগে যাতে কোনো কোনো প্ৰকাশকে দেখুৱাই অহা স্বেচ্ছাচাৰিতা দূৰ হয়।

চৈয়দ আব্দুল মালিক ঃ

মই অসমীয়া ভাষাৰ এজন সামান্য লেখক আৰু সেইফালৰপৰা লেখক হিচাপে পুথি লেখাৰে নহয়, পুথি প্ৰকাশ কৰোৱা তিতা-মিঠা কিছু অভিজ্ঞতা হৈছে বুলি দাবী কৰিব পাৰোঁ। এতিয়ালৈকে মোৰ সৰু-বৰ প্ৰায় ষাঠিখন কিতাপ ছপা হৈ ওলাইছে আৰু কিতাপকেইখনে পঢ়ুৱৈৰপৰা একেবাৰে মৰম-চেনেহ নোপোৱা নহয়; কিন্তু সহৃদয় পাঠকে কৰা প্ৰশংসা বা কঠোৰ সমালোচকে কৰা সমালোচনা যিমান পাইছোঁ তাৰ তুলনাত মই কিমানখিনি আৰ্থিক পাৰিতোষিক পাইছোঁ—সেইটো ভাৱিবলগীয়া। অৱশ্যে মই মোৰ কিতাপৰ সকলো প্ৰকাশকৰপৰা তিতা কেৱে পাইছোঁ এনে নহয়—সহৃদয় প্ৰকাশকো মই পাইছোঁ; কিন্তু অসাধু প্ৰকাশকো যে পোৱা নাই এনে নহয়। কিতাপ এখন ল'বৰ সময়ত যথেষ্ট আদৰ-সাদৰ দেখুৱা তেনে প্ৰকাশক বন্ধুৱে কিতাপখন ছপা হৈ ওলোৱাৰ পিছত মোৰ কথা স্বাভাৱিকভাৱেই বোধকৰোঁ পাহৰি যায়। তেতিয়া কোনো কোনো সময়ত টকা-পইচাৰ টানত প্ৰকাশক বন্ধুক মনত পেলায়ো চাইছোঁ। অৱশ্যে তেনে সময়ত অনুগ্ৰহ কৰি ঘৰলৈ ঘূৰি অহাৰ বাছ ভাড়াটো যে তেওঁ দি পঠায় তাতেই সেই যাত্ৰালৈ সন্তুষ্ট হ'ব লগীয়া হয়। কেতিয়াবা প্ৰকাশ হৈ উপন্যাস বজাৰতো শেষ হয়; কিন্তু

বন্ধুৰ ওচৰ চাপিলে তেওঁ প্ৰায় বৈৰাগ্য গ্ৰহণ কৰাৰ সিদ্ধান্তৰ কথা কয়। মোৰ দৰে অভিজ্ঞতা আৰু নিশ্চয় অনেকৰ হৈছে। অৱশ্যে ভাগ্যবান লেখক-লেখিকা যদি কোনোবা আছে সুকীয়া কথা।

কিন্তু মই এই গোটেই সমস্যাটো বেলেগ ধৰণেৰে চাইছোঁ। দৰাচলতে আমাৰ যি আৰ্থ-সামাজিক ( ছচিঅ'-ইকনমিক ) গাঁথনি তাৰ মাজতে এই সমস্যাৰ কাৰণ সোমাই আছে। পুঁজিবাদী বা ধনতান্ত্ৰিক মনোভাৱ ব্যক্তিগত ব্যৱসায় খণ্ডৰ এটা বিশেষ চৰিত্ৰ। এই মনোভাৱৰ চৰিত্ৰই হ'ল—আনক প্ৰাপ্যৰ-পৰা বঞ্চিত কৰি নিজৰ মোনা গধুৰ কৰা। গতিকে মূল কেৰোণ গুচাব নোৱাৰিলে কোনো কোনো প্ৰকাশকে বা লেখকেও চুক্তিৰ চৰ্ত নামানিব পাৰে। লেখকৰ ভাগ্য আৰু জাতীয় সাহিত্যৰ ভাগ্য আমি ব্যক্তিগত ব্যৱসায়ীৰ হাতত তুলি দি নিশ্চিন্ত হৈ থকাৰ সময় উকলি গৈছে। যিসকল ৰুচিবান আৰু জাতীয় জীৱনৰ প্ৰতি দায়বদ্ধ সৎ প্ৰকাশক আছিল আৰু আছে তেওঁলোকো ক্ৰমাৎ অকলশৰীয়া হ'বলৈ বাধ্য হৈছে বা হ'ব। গতিকে লেখকসকলৰ নিজৰ ভাগ্য-মুক্তিৰ লগত সামাজিক অৱস্থাৰ আমূল পৰিৱৰ্তনৰ সংগ্ৰাম জড়িত হৈ আছে।

—০—

বিপিনকুমাৰ বৰগোঁহাই

## লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক আৰু চুক্তি সঞ্চালকৰ ভাষণৰ টোকা

অসম সাহিত্য সভাই আয়োজন কৰা এই লেখক-শিৱিৰত লেখক আৰু প্ৰকাশকৰ সম্পৰ্ক আৰু চুক্তিশীৰ্ষক আলোচনা-চক্ৰ সঞ্চালন কৰিবৰ বাবে দায়িত্ব দি মোৰ প্ৰতি যি স্নেহ দেখুৱালে তাৰ বাবে মই সভাৰ কৰ্মকৰ্তাসকলক মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ।

লেখক আৰু প্ৰকাশকৰ মাজত পুথি-প্ৰকাশৰ ক্ষেত্ৰত যি সম্পৰ্ক থাকে বা থাকিব লাগে, বহু সময়ত সেই সম্পৰ্ক বাঞ্ছা কৰাৰ দৰে নাথাকে। আজিৰ আলোচনাত কেইবাগৰাকীও আমাৰ সম্মানিত লেখকে তেখেতসকলৰ ব্যক্তিগত তিতা-মিঠা অভিজ্ঞতাৰ কথা দাঙি ধৰিছে। চৈয়দ আব্দুল মালিক, যাৰ নামৰ আগত আৰু একো বিশেষণ নহলেও হয়, সেই মালিক ডাঙৰীয়াই ষাঠিখন পুথি ৰচনা কৰি উলিয়াইছে। ই আমাৰ জাতিৰ বাবে সঁচাকৈয়ে গৌৰৱৰ কথা। তেখেতেও তেখেতৰ অভিজ্ঞতাৰ কথা ক'লে। ডঃ নিৰ্মলপ্ৰভা বৰদলৈয়ে কিতাপ-প্ৰকাশৰ বেলা বিশেষ অসুবিধাৰ সমুখীন হোৱা নাই বুলি প্ৰকাশ কৰা তেখেতৰ অভিজ্ঞতাৰ বৰ্ণনাও বেছ উৎসাহজনক। এজন লেখকৰ বাবে তেওঁৰ ৰচনা নিজৰ সন্তানৰ দৰেই মৰমৰ। সন্তানৰ মাজেৰে পিতৃ-মাতৃৰ আশা-আকাংক্ষা প্ৰকাশিত হোৱাৰ দৰেই লেখকেও তেওঁৰ ৰচনাৰ মাজেদিয়েই নিজকে প্ৰকাশ কৰে আৰু বিমল আনন্দ লাভ কৰে। প্ৰকাশকসকলে এই ক্ষেত্ৰত লেখকৰ এই ইচ্ছাপূৰণক প্ৰধান সহায়ক হিচাপে থিয় দিয়ে। গতিকে দুয়োৰে মাজৰ সম্পৰ্ক মধুৰতকৈও মধুৰ হোৱাটোৱেই কাম্য ; কিন্তু আমাৰ আজি সমৱেত লেখকসকলে, প্ৰায় সকলোটিকেই ব্যক্ত কৰিছে—যে একশ্ৰেণীৰ প্ৰকাশকে লেখকক প্ৰাপ্যৰপৰা বঞ্চিত কৰি আহিছে আৰু ধনৰ লোভত অশ্লীল পুথি-পত্ৰ প্ৰকাশ কৰি সমাজৰ নৈতিক মানদণ্ডৰ পতন ঘটাইছে। এইটো সঁচাকৈয়ে আমাৰ সমাজৰ বাবে, জাতিৰ বাবে বৰ দুখৰ কথা ; কিন্তু প্ৰকৃত সাহিত্য কালে সতকাই উটুৱাই নিব নোৱাৰে। তাতে যদি সেই সাহিত্য

জনতাৰ জীৱনৰ ওচৰ চপা হয়, জনতাৰ প্ৰিয় হয়, তেতিয়া হ'লে তাৰ সোৱাদো দীৰ্ঘস্থায়ী হয়।

অসমীয়া কিতাপৰ পঢ়ুৱৈৰ সংখ্যা বৃদ্ধিৰ বাবেও আমি যত্নপৰ হ'ব লাগিব। লেখকৰ দৃষ্টিভংগীৰ লগত এইক্ষেত্ৰত প্ৰকাশকৰ দৃষ্টিভংগীৰ পৃথকতা থাকিলেও তাৰদ্বাৰা দুয়োপক্ষই লাভবান হ'ব। পঢ়ুৱৈৰ দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ সেইবাবে বিজ্ঞাপন প্ৰচাৰ কৰাটো বৰ প্ৰয়োজনীয় কথা।

অসমীয়া কিতাপ—সৰু-বৰ সকলো কিতাপ সংৰক্ষণ কৰিবৰ কাৰণে আৰু প্ৰকৃত পুথিৰ সংখ্যা পাবৰ কাৰণে সাহিত্য সভাৰ পুথিভঁৰাল, ৰাজ্যিক পুথিভঁৰাল আৰু জাতীয় পুথিভঁৰাললৈ পুথি পঠোৱাটো উচিত। কেৱল প্ৰকাশকসকলক অনুৰোধ জনাই ক্ষান্ত থাকিলেই তেওঁলোকৰ সকলোৱে পুথি পঠাব বুলিও আশা কৰিব নোৱাৰি। অৱশ্যে জাতীয় গ্ৰন্থাগাৰলৈ পুথি পঠোৱাটো আইনৰে নিৰ্দেশ আছে। এনে আইন ভংগ কৰাৰ বাবে বিশেষ ব্যৱস্থা গ্ৰহণ কৰাটো বাঞ্ছনীয়।

এখন কিতাপ প্ৰকাশৰ বাবে দিওঁতে লেখক আৰু প্ৰকাশকৰ মাজত বিধি-সন্মতভাৱে চুক্তি স্বাক্ষৰিত হোৱাটো অতি আৱশ্যকীয় কথা। এই ক্ষেত্ৰত লেখকসকলো গ্ৰন্থ-স্বত্ব (কপিৰাইট এক্ট) আইনৰ ধাৰাবোৰৰ লগত পৰিচিত হ'ব লাগে। সাধাৰণতে গ্ৰন্থস্বত্ব যদি লেখকে বিক্ৰী কৰি নিদিয়ে তেনেহ'লে তেওঁৰ জীৱনকালত সেই স্বত্ব উপভোগ কৰাৰ উপৰিও মৃত্যুৰপৰা পঞ্চাছ বছৰলৈকে সেই স্বত্ব তেওঁৰ উত্তৰাধিকাৰীৰ বা যদি প্ৰকাশকক গ্ৰন্থস্বত্ব বিক্ৰী কৰা হৈছিল তেনেহ'লে সেই স্বত্ব প্ৰকাশকৰ হাতত থাকিব। তাৰ পিছত সেই স্বত্ব ৰাজহুৱা হ'ব। প্ৰকাশকে যদি চুক্তিভংগ কৰে বা কপিৰাইট এক্ট ভংগ কৰে তেনেহ'লে লেখকে আইনৰ আশ্ৰয় ল'ব পাৰে। এই বিষয়ত কোন কোন ক্ষেত্ৰত লেখকৰ অধিকাৰ কিমান দূৰলৈকে আছে আৰু প্ৰকাশকৰ অধিকাৰ কিমান দূৰলৈকে আছে ভালকৈ অনুধাৱন কৰি ল'ব লাগে। বেলেগ বেলেগ সমস্যাত আইনে বেলেগ বেলেগ ধাৰাৰ নিৰ্দেশ কৰি থৈছে। প্ৰকাশকৰ ওপৰত যদি লেখকে গোচৰ তৰিবলগীয়া হয় তেন্তে সেই গোচৰৰ বিচাৰ লেখক থকা ঠাইত হ'ব লাগে। পশ্চিমত এনে ধৰণৰ অনেক গোচৰৰ দৃষ্টান্ত আছে আৰু সিবোৰৰপৰা আইনে যথেষ্ট উদাহৰণ দাঙি ধৰিছে। বহুসময়ত লেখকৰ নামৰ বিভ্ৰাট বা গ'ষ্ট ৰাইটাৰ অৰ্থাৎ ভুৱালেখক ওলোৱাৰ সমস্যাও হোৱা দেখা গৈছে। এই ক্ষেত্ৰতো প্ৰকৃত লেখকক আইনে সহায় কৰিব।



পশ্চিমৰ বহুতো দেশত পাণ্ডুলিপি পঞ্জীয়নৰ নিয়ম আছে। এই নিয়ম সকলো ফালৰপৰাই বৰ কল্যাণকৰ আৰু প্ৰয়োজনীয়; কিন্তু আমাৰ দেশত তেনে ব্যৱস্থা প্ৰৱৰ্তিত হোৱা নাই। লেখকৰ ৰয়েলটি নিৰ্ধাৰণ বহুসময়ত পাৰস্পৰিক বুজা-বুজিৰ মাজত হয়। এই সম্পৰ্কত প্ৰতিষ্ঠা লাভ কৰা লেখকসকলৰ সুবিধা কিছু বেছি হোৱাটো স্বাভাৱিক। কিন্তু যদি সমগ্ৰ দেশত ৰচনাৰ মান আৰু প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰি ৰয়েলটি নিৰ্ধাৰণৰ কিবা সূত্ৰ প্ৰতিষ্ঠা কৰিব পাৰি তেতিয়া কথাটো বহুতো বেলেগ হ'ব।

বিদেশী প্ৰকাশন-প্ৰতিষ্ঠানসমূহৰ নিজা চুক্তিপত্ৰ আছে আৰু সাধু প্ৰকাশকসকলে তেনে চুক্তি কেতিয়াও ভংগ নকৰে। অসম সাহিত্য সভাই কপিৰাইট আইনৰ লগত অসমীয়া লেখকসকলক পৰিচিত কৰিবৰ বাবে ব্যৱস্থা গ্ৰহণ কৰাটো প্ৰয়োজনীয় বুলি মই ভাবোঁ। তদুপৰি এখন আদৰ্শ-চুক্তি প্ৰস্তুত কৰাৰ বাবেও সভাৰ ফালৰপৰা উদ্যোগ কৰাটো বাঞ্ছনীয়।

সাহিত্যিকসকলৰ ওপৰত সমাজৰ অলিখিত গধুৰ দায়িত্ব ন্যস্ত হৈ আছে। আমাৰ সাহিত্যিকসকলে সৎ আৰু মহৎ সাহিত্য সৃষ্টিত আত্মনিয়োগ কৰক। গুণসম্পন্ন সাহিত্য সৃষ্টি কৰিব পাৰিলে প্ৰকাশকৰ অভাৱ নিশ্চয় নহ'ব; কিন্তু মই ভাবোঁ—পুথি প্ৰকাশকৰ সমস্যা চিৰদিনৰ বাবে সমাধান কৰিবলৈ হ'লে—প্ৰকাশন-উদ্যোগ ৰাষ্ট্ৰীয়কৰণ কৰাৰ প্ৰয়োজন আছে। আমাৰ দেশৰ বেংক আৰু অন্যান্য উদ্যোগসমূহ ৰাষ্ট্ৰীয়কৰণ কৰাৰ দৰে, যদি প্ৰকাশন উদ্যোগো ৰাষ্ট্ৰীয়কৰণ কৰা হয় তাৰদ্বাৰা লেখকসকলো চিন্তামুক্ত হ'ব আৰু আমাৰ সাহিত্যও স্ব-নিৰ্ভৰশীল হৈ উঠিব পাৰিব।

—০—

নিৰ্মলচন্দ্ৰ চক্ৰৱৰ্তী

## আধুনিক অসমীয়া সংগীতৰ ধাৰাঃ জ্যোতি-সংগীত

[‘আধুনিক অসমীয়া সংগীতৰ ধাৰা : জ্যোতি-সংগীত’—সম্পৰ্কে হোৱা আলোচনা-চক্ৰত অংশগ্ৰহণ কৰে—এগৰাকী সংগীতজ্ঞ শ্ৰীনিৰ্মলচন্দ্ৰ চক্ৰৱৰ্তীয়ে। ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ ডিব্ৰুগড়ত থকাৰ সময়ছোৱাত শ্ৰীচক্ৰৱৰ্তীয়ে জ্যোতিপ্ৰসাদৰ সান্নিধ্য লাভ কৰিছিল আৰু জ্যোতি-সংগীতৰ চৰ্চা কৰিছিল। সেই বাবে শ্ৰীচক্ৰৱৰ্তীৰ জ্যোতি-সংগীত সম্পৰ্কে থকা ধ্যান-ধাৰণা আৰু জ্ঞান স্পষ্ট আৰু নিৰ্ভৰশীল বুলি ভাৱিবৰ থল আছে। তেখেতে জ্যোতি-সংগীতৰ তত্ত্বমূলক ভাষণৰ পৰিৱৰ্তে জ্যোতি-সংগীতৰ বৈশিষ্ট্যসমূহ পৰিৱেশন কৰি অসমীয়া আধুনিক সংগীতৰ মাজত এই গীতৰ বিশেষত্বপূৰ্ণ স্থানৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰে।]

শ্ৰীচক্ৰৱৰ্তীয়ে কয় যে—জ্যোতি-সংগীত সম্পৰ্কে অসম সাহিত্য সভাৰ উদ্যোগত এনেভাৱে আলোচনাৰ সূত্ৰপাত কৰাটো উল্লেখযোগ্য কথা হৈছে। ৰূপকোঁৱৰৰ জীৱিত অৱস্থাতেই তেওঁৰ গীতে সমাদৰ লাভ কৰিছিল। তেওঁৰ সকলো গীতৰ স্বৰলিপি নথকাত তেওঁৰ মৃত্যুৰ পিছত তেওঁৰ কোনো কোনো গীতৰ সুৰ হেৰফেৰকৈ গোৱা কাণত পৰি আছে। এইটো জ্যোতিপ্ৰসাদৰ বাবেও আৰু আমাৰ বাবেও দুখৰ কথা হৈছে। তেওঁৰ ওচৰত সংগীত-চৰ্চা কৰাৰ পৰম সৌভাগ্য আমাৰ হৈছিল। গীত ৰচনা কৰি সুৰ দিয়াৰ পিছত তেখেতে আমাক গাই শুনাইছিল আৰু সুৰৰ বৈশিষ্ট্যসমূহলৈ আঙুলিয়াই দেখুৱাইছিল। তেখেতে সুৰৰ মাজত এহাতে ভাৰতীয় ৰাগ-সংগীতৰ উপাদান আৰু আনহাতে অসমৰ স্থানীয় লোক-গীতমাতৰ উপাদানৰ সুন্দৰ সমন্বয় স্থাপন কৰি গ’ল। তেখেতে সদায় কৈছিল—গীতৰ কথা আৰু ভাৱৰ লগত সুৰৰ সমন্বয় স্থাপন প্ৰথম কথা। তাৰ পিছত সেই সুৰত প্ৰয়োজনীয় সূক্ষ্ম কাজ-কৰ্ম কৰি গীতৰ মাজৰ ভাৱ আৰু কথাক স্পষ্ট কৰি তুলিব লাগে। উচ্চাৰণৰ বিশুদ্ধতাৰ ওপৰত জ্যোতিপ্ৰসাদে সদায় গুৰুত্ব আৰোপ কৰিছিল। জ্যোতি-সংগীত সম্পৰ্কে বহল আলোচনা হ’ব লাগে আৰু সিচঁৰিত হৈ থকা গীতসমূহ একেঠাই কৰি তাৰ স্বৰলিপি কৰিব লাগে। এই ক্ষেত্ৰত অসম সাহিত্য সভাই যেনেদৰে পাৰে সহায়-সহযোগ আগবঢ়াব পাৰিলে ভাল হয়। তেতিয়া হ’লে তেওঁৰ গীতসমূহ বিকৃত নহ’ব আৰু অসমীয়া সংগীতৰ এই বিশেষ ধাৰাটো শুদ্ধভাৱে আয়ত্ত কৰা সম্ভৱ হ’ব।

—o—

বীৰেন ফুকন

## আধুনিক অসমীয়া সংগীতৰ ধাৰাঃ জ্যোতি-সংগীত সঞ্চালকৰ ভাষণৰ টোকা

[‘আধুনিক অসমীয়া সংগীতৰ ধাৰা : জ্যোতি-সংগীত’শীৰ্ষক আলোচনা-চক্ৰ সঞ্চালন কৰে অসমৰ এগৰাকী প্ৰসিদ্ধ সংগীত-বিশাৰদ, আকাশ-বাণী ডিব্ৰুগড় কেন্দ্ৰৰ সঞ্চালক শ্ৰীবীৰেন ফুকনে। শ্ৰীফুকনে তেখেতৰ ভাষণৰ লগতে জ্যোতিপ্ৰসাদৰ গীতৰ সুৰৰ বৈশিষ্ট্য আৰু বৈচিত্ৰ্যৰ আৰ্হি পৰিৱেশন কৰি আঙুলিয়াই দিয়ে। তেখেতে তাত্ত্বিক আৰু প্ৰায়োগিক দুয়োটা দিশৰ বিষয়েই কয় আৰু শ্ৰীনিৰ্মলচন্দ্ৰ চক্ৰৱৰ্তীয়ে শ্ৰীফুকনৰ ভাষণৰ মাজে মাজে জ্যোতি-সংগীতৰ আৰ্হি পৰিৱেশন কৰে।]

সঞ্চালকৰ আসনৰপৰা শ্ৰীফুকনে কয়—আধুনিক অসমীয়া সংগীত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ ওচৰত অনেক পৰিমাণে ঋণী। যদিও তেখেতৰ কিছু আগৰ পৰাই অসমীয়া লোকগীত, বৰগীতৰ চেগা-চোৰোকা চৰ্চা দুই-এগৰাকীয়ে কৰাৰ যত্ন কৰিছিল, সেই যত্নই এটা সংগীত-বিজ্ঞানসম্মত ৰূপত আধুনিক অসমীয়া গীতৰ জন্ম দিবপৰা নাছিল। তেখেতৰ তিনিটি ধাৰাৰ লগত নিবিড় পৰিচয় আছিল—ভাৰতীয় ৰাগ সংগীত, অসমীয়া বৰগীত আৰু লোকগীত আৰু ইউৰোপীয় সংগীত। বহুতেই ক’ব খোজে যে তেখেতে ইউৰোপীয় সংগীতৰ কিছু উপাদান সংমিশ্ৰণ কৰিছে। দৰাচলতে এইটো ধাৰণা শুদ্ধ নহয়। তেখেতৰ গীতত ভাৰতীয় ৰাগ-সংগীতৰ কিছু উপাদান আৰু অসমীয়া গীত-মাতৰ উপাদানহে ঘাইকৈ নিহিত হৈ আছে। ইউৰোপীয় গীতৰ উপাদান মিশ্ৰণ কৰা নাই। তদুপৰি জ্যোতিপ্ৰসাদে একেটা গীততে সুৰ-বৈচিত্ৰ্য স্থাপন কৰিলেও জটিল তালৰ প্ৰয়োগ পাৰ্যমানে পৰিহাৰ কৰিছিল। তেখেতৰ গীতৰ স্বৰলিপি প্ৰস্তুত কৰি উলিয়ালেই সুন্দৰকৈ ধৰা পৰিব—কিহৰ ভিত্তিত তেখেতে গীতৰ প্ৰাণ আৰু শৰীৰ নিৰ্মাণ কৰি উলিয়াইছিল। ‘সেউজী সেউজী সেউজী অ’ সেউজী ধৰণী ধুনীয়া’—গীতটো ৰাগভিত্তিক। তেনেকৈ ‘লুইতৰ পাৰৰে আমি ডেকা ল’ৰা মৰিবলৈ ভয় নাই’—এই গীতটোৰ সুৰৰ আধাৰ ‘শুন শুনৰে সুৰ বৈৰীপ্ৰমাণা নিশাচৰ নাশ নিদানা’—এই বৰগীতটি। অৱশ্যে এই বৰগীতটিৰ গায়ন-পদ্ধতিৰ ঠাইভেদে পৃথকতাও নোহোৱা নহয়।

জ্যোতিপ্ৰসাদে ইউৰোপীয় সংগীতৰপৰা প্ৰধানতঃ গ্ৰহণ কৰিছিল 'অৰ্কেষ্ট্ৰেচন'ৰ আৰ্হি। সেই আৰ্হিত অসমীয়া বাদ্য প্ৰয়োগৰ যত্ন কৰিছিল; কিন্তু তেওঁৰ পিছত এই দিশটোৰ কোনেও যত্ন লোৱা নাই। অসমীয়া গীতক পশ্চিমীয়া বাদ্যযন্ত্ৰ আৰু থলুৱা বাদ্যযন্ত্ৰৰ লগত তোলাৰ চেষ্টাই তেওঁৰ মাজতেই সফলতা লাভ কৰিছিল। তাৰবাবে কোনটো বাদ্যযন্ত্ৰৰ কোনটো 'নোট' কামত লগাব পাৰি তাক পৰীক্ষা কৰিহে ব্যৱহাৰ কৰিব পাৰি। পশ্চিমীয়া সংগীত বা বাদ্যযন্ত্ৰৰ যথাযথ ঠাঁচৰ ব্যৱহাৰ তেওঁ কৰা নাছিল—বৰ্তমান যিটো বহুতে কৰিছে। ইয়াৰদ্বাৰা অসমীয়া ভাষাৰ শব্দৰ ভাৱৰ যিটো সাংগীতিকমূল্য সেইটো নষ্ট হ'বলৈ বাধ্য হৈছে।

জ্যোতি-সংগীতক এটা বিশেষ ধাৰাৰূপে বিজ্ঞানসন্মতভাৱে স্বীকৃত কৰাবলৈ হ'লে—জ্যোতিপ্ৰসাদৰ সকলো গীতৰ শুদ্ধ স্বৰলিপি যুগুতোৱাৰ ওপৰত গুৰুত্ব দিব লাগিব। সম্প্ৰতি যিসকলে জ্যোতি-সংগীত পৰিৱেশন কৰি আছে, সিসকলে এই বিষয়ে দৃষ্টিপাত কৰিব বুলি আশা কৰিলোঁ। এটা কথা প্ৰসংগক্ৰমে ক'ব পাৰি যে—দুই-এটা জ্যোতি-সংগীত যিভাৱে পৰিৱেশন কৰা হৈছে তাত দুই-এটা আসোঁৱাহ চকুত নপৰা নহয়। যেনে—'গাঁৱৰ ল'ৰা গাঁৱে গাঁৱে বন্তি জ্বলাই যাম' গীতটিৰ প্ৰচলিত ৰূপত এটা স্তৱক সম্পূৰ্ণ বাদ পৰি গৈছে। আকৌ 'মোৰে জীৱনৰে সখা কৃষ্ণ' গীতটিতো ঠাইভেদে সুৰৰ তাৰতম্য নোহোৱাকৈ থকা নাই।

ডঃ ভূপেন হাজৰিকাই জ্যোতি-সংগীত পৰিৱেশন কৰি আহিছে। শ্ৰীনিৰ্মলচন্দ্ৰ চক্ৰৱৰ্তীও জ্যোতিপ্ৰসাদৰ সান্নিধ্য লাভ কৰা ব্যক্তি। এখেতসকলে এই বিষয়ত নিশ্চয় অনেক কাম কৰিব পাৰিব।

'জ্যোতি-সোঁৱৰণী সন্থা' নামৰ অনুষ্ঠানটিয়েও নিশ্চয় এই বিষয়ে চিন্তা-চৰ্চা কৰিছে। অসম সাহিত্য সভাই যদি উদ্যোগ কৰি 'জ্যোতি-সোঁৱৰণী সন্থা'ৰ সহায়-সহযোগত জ্যোতি-সংগীত সম্পৰ্কে চিন্তা-চৰ্চা কৰি থকা সংগীতজ্ঞ, গায়ক, সুৰকাৰসকলক একেলগ কৰি আগভাগ ল'ব পাৰে তেনেহ'লে এটি মহৎ কাম কৰা হয়। আমিও প্ৰয়োজন হ'লে আমাৰ সীমিত শক্তিৰে সহযোগ কৰিবলৈ সদায় সাজু আছোঁ। মুঠতে আমাক লাগে—অবিকৃত ৰূপত জ্যোতি-সংগীত-সমূহ পাবলৈ আৰু গাবলৈ।

—০—

ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা

## সামৰণী সভাৰ সভাপতিৰ ভাষণৰ টোকা

ডিচেম্বৰ ২৬, ১৯৭৫ ৰ দিনা আবেলি ৫ বজাত আয়োজিত 'অসমৰ' তৃতীয় লেখক-শিবিৰৰ কাৰ্য-সূচীৰ সামৰণী সভাত সভাপতিত্ব কৰি অসম সাহিত্য সভাৰ মাননীয় সভাপতি ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই কয় যে—অসম সাহিত্য সভাৰ উদ্যোগত আয়োজিত তৃতীয় লেখক-শিবিৰৰ আলোচ্য-বিষয়সমূহত অংশ গ্ৰহণ কৰি নিমন্ত্ৰিত লেখকসকলে আটাইকেউটি বিষয়তে নতুন চিন্তা-চৰ্চাৰ বাট মোকোলাই দিলে। এই আলোচনাৰদ্বাৰা আমি আমাৰ দেশৰ বুৰঞ্জী, আমাৰ সাহিত্য, লেখক-প্ৰকাশকৰ সম্পৰ্ক আৰু আধুনিক অসমীয়া সংগীতৰ বিষয়ে আমাৰ প্ৰত্যেকৰে কৰণীয় সম্পৰ্কে নিসন্দেহে ইংগিত লাভ কৰিছোঁ। ভৱিষ্যতে এই বিষয়সমূহৰ বিস্তৃত অধ্যয়ন সম্ভৱ হৈ উঠিলেহে লেখক-শিবিৰৰ আয়োজন সাৰ্থক হ'ব। যিসকল ব্যক্তিয়ে আমাৰ শিবিৰৰ কাৰ্য-সূচীত অংশ গ্ৰহণ কৰি আমাক অনুপ্ৰাণিত আৰু উপকৃত কৰিলে সিসকললৈ অসম সাহিত্য সভাৰ পক্ষৰপৰা আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। যিসকলৰ যত্নত যোৰহাটত এই শিবিৰৰ আয়োজন সম্ভৱ হৈ উঠিল সিসকললৈও আমাৰ হিয়া ভৰা শলাগ জ্ঞাপন কৰিলোঁ। দূৰণিৰপৰা আমাৰ নিমন্ত্ৰণ ৰক্ষা কৰি অহা লেখকসকলৰ ওচৰত আৰু শিবিৰৰ কাৰ্য্য-সূচীত উপস্থিত থকা সকলৰ ওচৰত আমাৰ সম্ভাব্য ক্ৰুটী-বিচ্যুতিৰ বাবে ক্ষমা ভিক্ষা কৰিলোঁ।

—।—

ডিচেম্বৰ ২৬, ১৯৭৫ৰ সন্ধ্যা ৬ বজাত চন্দ্ৰকান্ত সন্দিকৈ ভৱন প্ৰাংগণত নিৰ্মিত শিবিৰৰ মণ্ডপত প্ৰসিদ্ধ কথাশিল্পী চৈয়দ আব্দুল মালিকৰ পৰিচালনাত আয়োজন কৰা হয় 'মুকলি চ'ৰা'। প্ৰবীণ-নবীন প্ৰায় তিনিশতাধিক ব্যক্তিৰ উপস্থিতিত গধূলি প্ৰায় ১০ বজালৈকে বহা আনন্দমেলাও এটি মধুৰ সোঁৱৰণী হৈ ৰ'ব। —সম্পাদক।

